KABIGANGA: A collection of Short stories, written in Assamese by Monikuntala Bhattacharjya and published by Rajendra Mohan Sarma on behalf of Chandra Prakash, Panbazar, Guwahati- 781001

প্ৰকাশক : ৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী- ১
দূৰভাষ : ২৫১১৯৪৬

প্ৰকাশ কাল : ২০০৯ চন

প্ৰচ্ছদ : উৎপল বৰা

মূল্য : ১০০.০০ টকা

অক্ষৰ বিন্যাস : মেডিয়া প্লাচ
শান্তিপুৰ, ভৰলুমুখ,
গুৱাহাটী-৭৮১ ০০৯

# উৎসর্গা

মৰমৰ ভনী ভাস্বতী (মানু)ৰ হাতত ।

তোমাৰ গল্প কোৱাৰ ভঙ্গীয়ে সদায় অনুপ্ৰাণিত কৰি আহিছে লিখিবলৈ।

মোৰ সকলো লেখাকে খৰচি মাৰি পঢ়া তুমি

এইখনো নপঢ়িবানে ?

# পাতনি

মোৰ প্ৰথমখন গল্প সংকলন 'প্ৰস্তৰ কন্যা'ৰ পাছত দ্বিতীয়খন গল্প সংকলন প্ৰকাশৰ বাবে কেইবাবছৰো ৰ'ব লগা হ'ল। শুভাকাংক্ষী পাঠকৰ প্ৰেৰণা থকা সত্ত্বেও প্ৰকাশকৰ উপযুক্ত আগ্ৰহৰ অভাৱতে সেয়া হৈ উঠা নাছিল। কাকত-আলোচনীয়ে গল্পক যথোচিত মৰ্যাদা দিয়ে, পাঠকেও সাগ্ৰহে আদৰে, অথচ বছৰৰ পাছত বছৰ ধৰি প্ৰকাশকৰ ওচৰত বিক্ৰী নোহোৱাকৈ ৰৈ যায় প্ৰকাশিত গল্প-কিতাপসমূহ। পাঠকে ক্ৰয় নকৰে, উপন্যাসহে বিচাৰে।

এইটো এক ৰহস্যজনক চিন্তনীয় কাণ্ড। ভাবি থাকো, কিয় সমাদৰ নাই পাঠকৰ মাজত গল্প কিতাপৰ ! এনে সময়তে অসমৰ প্ৰসিদ্ধ প্ৰকাশন প্ৰতিষ্ঠান চন্দ্ৰ প্ৰকাশৰ পৰা শ্ৰীযুত ৰাজেন্দ্ৰ মোহন শৰ্মা, ডাঃ ৰবীন্দ্ৰ মোহন শৰ্মা আৰু বিন্দু ভূষণ বৰাৰ আগমন ঘটিল। বিনাদ্বিধাই তেওঁলোকে হাত পাতি ল'লে গল্প সংকলন 'কবিগংগা'ক। ইয়াৰ উপৰিও এই বৰ্ষতে তেওঁলোকে মোৰ দুখন উপন্যাসৰ একত্ৰ সংকলন 'ভিভিয়ানৰ লিলি' আৰু 'প্ৰস্তৰ কন্যা'ৰ দ্বিতীয় সংস্কৰণো প্ৰকাশ কৰি কৃতাৰ্থ কৰি তুলিছে মোক। শ্ৰীযুত শৰ্মাদাদা আৰু ডাঃ শৰ্মাৰ প্ৰতি সেয়েহে মই নথৈ কৃতজ্ঞ। ভাতৃসম বিন্দু ভূষণকো জনালো ধন্যবাদ।

'কবিগংগা'ত সন্নিবিষ্ট সোতৰটা গল্পৰ ৰচনাকাল ২০০২ চনৰ পৰা ২০০৭ চন। এই দীৰ্ঘসময়ছোৱাত উপন্যাস ৰচনাত বেছিকৈ মনোনিবেশ কৰা বাবেই বোধহয় প্ৰতিটো গল্পৰ ঠাঁচ সম্পূৰ্ণই সুকীয়া। আশা ৰাখিছো সহৃদয়বান পাঠকে আগ্ৰহেৰে গ্ৰহণ কৰিব। চন্দ্ৰ প্ৰকাশৰ আটাইকেইজন কৰ্মীলৈ মোৰ ধন্যবাদ জনালো। ধন্যবাদ জনালো পাপৰি দত্ত, তেজপুৰৰ পংকজ আৰু বেটুপাতৰ শিল্পী উৎপল বৰাকো।

শেষত প্ৰকাশকৰ ওচৰত এটাই অনুৰোধ, উঠি অহা নবীন গল্পকাৰসকলৰ প্ৰতিও যেন এই একেই আগ্ৰহ প্ৰকাশ কৰে। প্ৰতিভাৰ উচিত মৰ্যাদা দিয়ে।

মণিকুন্তলা ভট্টাচাৰ্য

কাহিলিপাৰা, গুৱাহাটী-১৯

# সূচীপত্ৰ

# ☐ কবিগংগা ☐

কবিগংগা ! জীৱনত যেতিয়া প্ৰথমবাৰ এই নাম শুনিছিলো, তেতিয়া আছিলো মই প্ৰাথমিক বিদ্যালয়ৰ ছাত্ৰী। মোৰ দেউতা আছিল এজন ৰাজপত্ৰিত বিষয়া।. খুব সততাৰে নাগৰিকৰ সমস্যা সমাধান কৰি দেউতাই সুনাম অৰ্জন কৰিছিল। ফলত কোনোবা কৃতজ্ঞ নাগৰিকে বিনম্ৰতাৰে কেতিয়াবা তেওঁলৈ কিবা উপহাৰ কঢ়িয়াই আনিবলৈ ভাল পাইছিল। সেইদিনাও এজন মানুহ হাতত দুটা দীঘল চুঙা লৈ আমাৰ ঘৰৰ পিছদুৱাৰেদি চোতাললৈ সোমাই আহিছিল। চোতালৰ একাষে বাঁহৰ ফ্ৰেমত ঝুলনা বান্ধি মই উমলি আছিলো। মানুহজনক দেখিয়েই নে তেওঁৰ হাতৰ চুঙা দুটা দেখিয়েই দেউতা অসন্তুষ্ট হৈ উঠিছিল নাজানো। বাৰাণ্ডাৰ পৰা উভতি তেওঁ ঘৰৰ ভিতৰলৈ সোমাই গৈছিল। মানুহজনে যে উপঢৌকন নহয় কৃতজ্ঞতা আৰু আদৰৰ চিহ্নহে কঢ়িয়াই আনিছিল, এইকথা ক'বলৈ লৈয়ো আধাতে ৰৈ গৈছিল আৰু সেমেনা-সেমেনিকৈ অহাবাটে উভতি গুচি গৈছিল।

সেই ঘটনাৰ দুই-তিনিঘণ্টাৰ পাছত আবেলি নগৰৰ চাৰিআলিত মই সেই মানুহজনকে পুনৰ লগ পালো। তেতিয়া মই নতুনকৈ চাইকেল চলাবলৈ শিকিছিলো। চাইকেল চালনা হৈ পৰিছিল মোৰ বাবে অৱসৰৰ বিনোদন। সেইখন থৰক্-বৰক্‌কৈ ঘাই আলিয়েদি চলাই যাওঁ আৰু পিছে-পিছে আমাৰ ঘৰৰ লগুৱাটো।

মানুহজনক দূৰৈৰ পৰা দেখিয়েই মই চিনি পালো। তেওঁ পালে যেন ! হাত মেলি মোৰ চাইকেলৰ হেণ্ডেলত ধৰি ৰখালে আৰু আঁহতৰ তলত বহা চানাচুৰৱালাৰ পৰা বুটভজা এটোপোলা কিনি মোৰ হাতত গুজি দিলে। মই তেওঁক সুধিলো.- "চুঙা দুটাত আপুনি কি ভৰাই নিছিল ?"

"দৈ। বৰ ভাল দৈ আছিল। তোমালোকলৈ নিছিলো। পিছে ছাৰে নৰখাত কবিগংগাৰ নাম লৈ মিতিৰ এঘৰত দি দিলো।"

"কোন কবিগংগা ?"

"মোৰ এজন প্ৰিয় কবি আছে। গংগাৰ দৰেই নিৰ্মল আৰু পবিত্ৰ তেওঁ। কবিতাৰ মাজেৰে তেওঁৰ যি উচ্চ চিন্তা প্ৰকাশ পায়, সেয়া যদি আমি সামান্যও কামত খটুৱাওঁ, সেয়া হ'ব আমাৰ গংগাস্নান। মই স্কুলত পাঠ পঢ়াওঁতে প্ৰত্যেক ছাত্ৰ-ছাত্ৰীকে এই কথা কওঁ। কবিগংগাৰ দৰে সংস্কৃতিবান মনৰ অধিকাৰী হোৱাৰ শিক্ষা দিওঁ।"

"ক'ত থাকে কবিগংগা ? কি কৰে ?"

"সময়ত গম পাবা।"

"তেও স্নেহৰ হাঁহি মাৰিলে আৰু ডুবিবলৈ ধৰা বেলিলৈ এবাৰ চাই লৈ মোক ক'লে,- "ঘৰলৈ যোৱাগৈ যোৱা। হাত-ভৰি ধুই প্ৰাৰ্থনা কৰি কিতাপ-পত্ৰ লোৱাগৈ।"

ঘৰলৈ আহি কিতাপ মেলিও কিন্তু মই কবিগংগাৰ ভাবনাতহে বিভোৰ হৈ ৰ'লো। খুঁচৰি গ'লো স্মৃতিৰ গাঢ় তৰপ। পাঠ্যপুথিতহে নালাগে, তেনে নামৰ সৈতে কোনো কবিৰ নামৰ সাদৃশ্যও ক'তো দেখা-শুনা মনত নপৰিল।

তেতিয়া আমাৰ ঘৰত অকণমানি কেঁচুৱা এটা আছিল। তাই আছিল মোৰ সৰু ভনী। মা তাইক লৈয়ে অহৰহ ব্যস্ত হৈ ৰৈছিল। আনকি সেই শীতৰ নিশাবোৰতো মোৰ শায়িত দেহৰ কম্বল ঠিক মতে থাকে নে নাই চাবলৈ মাৰ আহৰি নাছিল। সেয়ে মই দেউতাৰ সংগ ল'ব লগা হৈছিল। এটা কোঠালিৰ দুখন পৃথক বিছনাৰ এখনত মা আৰু ভনীজনী। আনখনত দেউতা আৰু মই। কোনো বিপুল বৈভৱৰ দৰে মায়ে ভনীজনীক ওৰেনিশা বুকুত খুব সযতনে, খুব চেনেহেৰে সাবটি ধৰি ৰাখিছিল। তাইৰ অকণমানি ওঁঠ দুটাৰে মাৰ বুকুৰ অমৃত পান কৰোঁতে বিচ্ছুৰিত হোৱা মৃদু শব্দ মই শুনিবলৈ পাইছিলো। কোঠাত জ্বলি থকা অনুজ্বল নীলাভ পোহৰত কাষৰ বিছনাখনৰ পৰা মই টোপনিয়ে টানি ধৰা দুচকু মেলি সেই দৃশ্য চাই ৰৈছিলো। হায় ! এদিন নিশ্চয়কৈ তেওঁ এনেদৰে মোকো বুকুত সুমুৱাই ৰাখিছিল। ময়ো তৃপ্তিৰে অমৃত পান কৰিছিলো। এনেদৰেই তেতিয়াও সেই মৃদু, মিঠা শব্দ কোঠাৰ মাজত ওপঙি ফুৰিছিল। এনেদৰেই। হয়, নিশ্চয়কৈ এয়াই ঘটিছিল। ভাবি-ভাবি মোৰ বুকু গধুৰ হৈ পৰিছিল। বৰ যত্নৰে সামৰি ৰাখিব খোজাৰ পাছতো খুব সন্তৰ্পণে নিগৰি ৰৈছিল মোৰ উষ্ণ চকুলো। বোধকৰোঁ বুকুত দুখৰ ভাব লৈ শোৱাৰ কাৰণে পাছত টোপনিৰ মাজতো

অজানিতে মোৰ নিশ্বাসত বাহিৰ হৈছিল গধুৰ হুমুনিয়াহ। ধৰা পৰি গৈছিলো চাগে দেউতাৰ ওচৰত। সেয়ে নেকি বিছনাত পৰাৰ লগে লগেই পাছলৈ দেউতাই ক'বলৈ ধৰিছিল,- "এইফালে কাটি হৈ শোচোন। মাৰহঁত শুলেই। তই মোৰ ফালে ঘূৰি শো, কাহিনী শুনাম।"

তড়িৎ গতিত মোৰ বুকুৰ ভাৱ বাষ্প হৈ উৰি গুচি গৈছিল। সঁচাসঁচিকৈয়ে তেওঁ মোক কাহিনী ক'বলৈ আৰম্ভ কৰিছিল। সেই কাহিনীবোৰৰ সৰহ সংখ্যকেই আছিল অন্তৰীক্ষ অথবা সমুদ্ৰতলিৰ। অৱশ্যে মাজে-সময়ে কেতিয়াবা তেওঁ মোক পুৰাণৰ, আৰব্য নিশাৰ কাহিনীবোৰ কোৱাৰ উপৰিও ৰবীন্দ্ৰনাথ ঠাকুৰৰ জীৱনৰ অনেক সৰু-সুৰা অথচ শুনি ভাল লগা কাহিনী কৈ শুনাইছিল। ৰবীন্দ্ৰনাথ আছিল তেওঁৰ প্ৰিয় ব্যক্তি। সেইদিনা তেওঁ ৰবীন্দ্ৰনাথৰ কবিতা এটা ভাঙনি কৰি শুনাইছিল। কবিতাটোত আকাশত বিজুলীৰ সঞ্চাৰ কৰা মেঘৰ গুম-গুমনিৰ বৰ্ণনা আছিল। যিহেতুকে সেই নিশাটোও আছিল মেঘে গুমগুমনি তোলা নিশা। তেওঁ কৈ গৈছিল আৰু মই নিটাল মাৰি শুনি গৈছিলো। তেওঁৰ ডিঙিত হাত এখনেৰে সাৱটি ধৰি, তেওঁৰ গাত ভৰি এখন উঠাই প্ৰাণ ভৰি মই তেনে কাহিনীবোৰ শুনি-টোপনিত ঢলি পৰিছিলো। কিন্তু সেই নিশা দেউতাৰ কাব্যিক সাৱলীলতা একেবাৰে নষ্ট কৰি মই অকস্মাতে সুধি উঠিছিলো,-

"কবিগংগা কোন ?"

"কোন কবিগংগা ?"

"কবিতা লিখে যে ! ভাল মনৰ মানুহ যে কবিগংগা !"

"কবিতা লিখে ? কোনে ক'লে তোক তেওঁৰ কথা ?"

মই নিৰবে ৰ'লো। বাতিপুৱা বাঁহৰ চুঙা দুটা লৈ সেমেনা-সেমেনিকৈ বৈ থকা মানুহজনৰ কথা মনলৈ আহিল। লগতে তেওঁক দেখি ভ্ৰূকুটিৰে কুঞ্চিত, বিৰক্ত হৈ উঠা দেউতাৰ মুখখনো। সেয়ে নেকি মই তেওঁৰ নাম নকʼলো। একোকে নামাতিলো।

খন্তেক বৈ দেউতাই স্বগতোক্তিৰ দৰে কৈ গʼল- "কবিগংগা নামৰতো কোনো কবিক মই নাজানো। ছদ্মনাম লোৱা কোনোবা নতুন কবি হʼব পাৰে। কিন্তু নতুন কবিসকলৰ প্ৰায়বোৰৰে নাম জানো দেখোন। বাৰু যাওক, এনেয়ে চখতে দুটামান কবিতা লিখা কোনোবা নতুন মানুহ চাগে ! আচ্ছা শুন,- ৰবীন্দ্ৰনাথৰ এই

কবিতাটোতকৈ মোৰ বসন্ত কালৰ বৰ্ণনা ভৰা কবিতাবোৰহে বেছি ভাল লাগে। তই ডাঙৰ হ। নিজে পঢ়ি ল'ব পাৰিবি। ”

দেউতাই আৰু অনেক কিবা-কিবি কৈ গৈছিল। কিন্তু মোৰ কাণত যেন একোকে নোসোমোৱা হৈ আহিছিল। সেই মানুহজন, তেওঁ কোনখন বিদ্যালয়ত শিক্ষকতা কৰে ? পুনৰ ক'ত লগ পোৱা যাব তেওঁক ? এইবাৰ লগ পালে মই তেওঁৰ পৰা কবিগংগাৰ বিষয়ে সমস্ত কথা উলিয়াইহে এৰিম। কবিগংগা ! গংগাৰ দৰে পবিত্ৰ, সঁচাসঁচি মানুহ এজনৰ প্ৰতি মই অদ্ভুত ধৰণে কৌতূহলী হৈ উঠিলো।

ইয়াৰ দুসপ্তাহমানৰ পাছতে মই শিক্ষকজনক পুনৰ লগ পালো। মোৰ মায়ে উণ সূতাৰে ছুৱেটাৰ গুঁঠিব জানিছিল। একো-একোটা ছুৱেটাৰৰ ডিঙিৰ অঞ্চলটো গোঠোঁতে দুয়োমূৰ জোঙা চাৰিডালমান শলাৰ আৱশ্যক হয়। সেইদিনা কিবা কাৰণত আৰু এডাল তেনে শলা নিৰ্দিষ্ট দোকানখনত পোৱা যাব নে নাযায়, বুজ ল'বলৈ মায়ে লগুৱা ল'ৰাটোক পঠিয়াইছিল। সি মোক মৰম কৰিছিল। ক'লে,- "ব'লা, তুমিও ফুৰি আহিবা।"

আমি গ'লো। আকৌ সেই চাৰিআলিৰ আঁহতজোপাৰ ওচৰতে তেওঁক মই দেখা পালো। ক'লো,-"খুৰা, মোক চিনি পাইছেনে ?"

"কিয় নাপাম ? পাইছোঁ। কিন্তু তুমি মোক খুৰা বুলি নামাতিবা। ছাৰ বুলি মাতিবা। তোমাৰ নিচিনা অনেক ছাত্ৰ-ছাত্ৰী আছে মোৰ। সিহঁতক মই একো-একোজন সৎ মানুহ হোৱাৰ ৰাস্তা দেখুৱাওঁ। উচ্চ চিন্তাৰে জীৱন কিদৰে পবিত্ৰ কৰিব পাৰি _। ”

"কবিগংগাৰ দৰে ?"

মোৰ মুখত কবিগংগাৰ নাম শুনামাত্ৰকে তেওঁ যেন জঁপিয়াইহে উঠিল। মোৰ হাতত ধৰি ক'লে,- "ব'লা, সৌ দলঙৰ ওপৰৰ পৰা মই তোমাক নৈৰ শিক্ষা দিম। এই নৈখন গংগাৰ দৰে পবিত্ৰ হ'ব পৰা নাই এতিয়ালৈকে, জানানে ? আচৰিত নালাগেনে ?"

লগুৱা ল'ৰাটোৱে মোক কিছু ৰাঢ়ভাৱেই কৈ উঠিছিল,- "ব'লা, ঘৰলৈ ব'লা।"

মানুহজন যেন সামান্য অপ্ৰস্তুত হোৱা হ'ল। মোৰো ল'ৰাটোৰ ওপৰত বিৰক্তি

উপজিছিল। কিন্তু সি সেইবোৰ একোকে কাণসাৰ নকৰি একপ্ৰকাৰ জোৰ কৰিয়েই হাতত ধৰি ঘৰলৈ লৈ আহিল। ওৰেটো বাট ভোৰভোৰাই আহিল,- "যা-তা মানুহবোৰেৰে বজাৰ ভৰি পৰিছে আজিকালি। তুমি ছাইকেল লৈ এইফালে নাহিবা দেই।"

মা আৰু দেউতাৰ একান্তই ভক্ত এই ল'ৰাজনে নিজকে অত্যন্ত ভদ্ৰ আৰু সৎ বুলি ধৰি লৈছিল। দেউতাইঁতে এৰাই চলিব খোজাসকলক সি কীট-পতংগৰ বাহিৰে যেন একো নহয় বুলিয়েই ভাবিছিল। তাৰ এই ভাওবোৰ মোৰ বাবে বৰ অসহ্যকৰ আছিল।

মই তাৰ হাতখন আছাৰ মাৰি পঠিয়ালো। সি আচৰিত হৈ সুধিলে,- "কি হ'ল ? খং উঠিছে কিয় ?"

"ছাৰৰ লগত মোৰ কথা আছিল, পাতিবলৈকে নাপালো।"

"ছাৰ ? কোন ছাৰ ? সেই মানুহজন ? সেইজন কিন্তু অলপ মাথা গৰম মানুহ দেই, দলঙৰ ওপৰত থিয় হৈ প্ৰায়ে ৰাতিপুৱা নৈখনক গালি পাৰি থাকে। অমৰা ফিল্ডৰ কোঁৰ্শলা বনবোৰক আছাৰি জোকাৰি শাসন কৰি থাকে।"

"তেওঁ মাষ্টৰ।"

"ক'ৰ মাষ্টৰ ?"

"স্কুলৰ।"

"ক'ব নোৱাৰোঁ। হয়তো হ'বও পাৰে। কিন্তু তুমি এইবোৰ মানুহৰ ওচৰলৈ নাযাবা। কি ঠিক সোপাধৰাও হ'ব পাৰে !"

মোৰ ভাল লগা নাছিল। সোপাধৰা বা ল'ৰাধৰা শ্ৰেণীটোৰ প্ৰতি মোৰ কোনো ভয়-ভীত নাছিল। দেউতাৰ পৰা সততে একধৰণৰ বলিষ্ঠ কাহিনী শুনাৰে ফল বোধহয়।

পুনৰ পঢ়িবলৈ বহি মই অন্যমনস্ক হৈ ৰ'লো। ইচ ছাৰ ! আপুনি নৈখনক কিয় গালি পাৰে ? কোঁৰ্শলা বনবোৰক ? বলিয়াৰ আচৰণ কিয় কৰে ছাৰ ?

খুব দুখ লাগিল মোৰ, খুব দুখ। কবিলংগাৰ প্ৰতি উদ্ভূত কৌতূহলৰ স্ৰোত যেন ক্ৰমশঃ অত্যন্ত সংগোপনে ছাৰৰ ফাললৈহে বাগৰিবলৈ আৰম্ভ কৰি দিছিল !

তাৰ বেচ কিছুদিন পাছত আকৌ ছাৰক লগ পালো। এইবাৰ মানুহজনক

দেখিয়েই মই উত্ৰাৱল হৈ উঠিলো। দাঁত এটা লৰি আছিল মোৰ। তাকে সৰোৱাবলৈ দেউতাই ডাক্তৰৰ ওচৰলৈ লৈ গৈছিল। ছাৰক দেখিয়েই মই দেউতাক কৈ উঠিলো,- "সেয়া, মোৰ ছাৰ সেয়া।"

"ছাৰ ?"

"ওঁ, ছাৰ। মই ফট্‌কৈ ছাৰৰ ওচৰৰপৰা আহোঁগৈনে ?"

দেউতাই একো নামাতিলে। সেই সময়ত পাঠ্যপুথি পঢ়ুওৱা শিক্ষাগুৰুসকলৰ উপৰিও মোৰ আৰু অন্যান্য গুৰুও আছিল। হয়, মই সংগীত আৰু চিত্ৰাংকন বিদ্যালয়লৈকো নিয়মিত অহা-যোৱা কৰিছিলো।

মই একেদৌৰে ছাৰৰ ওচৰ পাইছিলোগৈ। মোক দেখি তেওঁ মৰমিয়াল মাতেৰে সুধিলে,- "ইমানদিন ক'ত আছিলা অলকানন্দা ?"

"হা ?"

মই যেন আকাশৰ পৰাহে পৰিলো। এইটোতো মোৰ নাম নহয়। ছাৰে মোক চিনি পোৱা নাই নেকি ?

কিন্তু কিবা কোৱাৰ আগতেই ছাৰে পুনৰ সুধিলে,- 'ভালে আছা তুমি ? পঢ়া-শুনা কৰিছানে ভালকৈ ? বৃত্তি পৰীক্ষাত প্ৰথম হ'ব লাগিব কিন্তু !' কিন্তু কাৰ লগত আহিছা তুমি ? ছাৰৰ লগত ?"

মোৰ উচ্‌পিচ লাগিবলৈ ধৰিলে। হে ভগৱান ! কেনেকৈ কথাবোৰ সোধোঁ বাৰু ?

একো নভবা-নিচিন্তাকৈ কৈ উঠিলো,- "ছাৰ, কবিগংগাৰ কথা কওক মোক।"

"তেওঁ মোৰ প্ৰিয় কবি।"

"ক'ত থাকে ?"

"আমাৰ গাঁৱৰ নৈ চাপৰিত।"

"কি কৰে তাত ?"

"আমাৰ খেতি আছে। খেতিৰ মাজত ওখ টঙিঘৰ আছে। তাতে উঠি থাকে তেওঁ। তুমি যদি ইচ্ছা কৰা, মই লৈ যাব পাৰোঁ।"

মই মুহূৰ্ততে উভতি দেউতাৰ ফালে চালো। তেওঁ কোনোবা এজন ভদ্ৰলোকৰ লগত কথা পতাত ব্যস্ত।

পুনৰ ছাৰৰ ফালে মুখ কৰিলো। আৰু খুব খৰকৈ ভাবিবলৈ ধৰিলো- কেনেকৈ চাপৰিলৈ যোৱা যায়। কাৰণ কোনো কাৰণতে দেউতাই মোক যোৱাৰ অনুমতি যে নিদিব, সেয়া খাটাং।

মই আশা আৰু উৎসাহেৰে ফুচফুচাই উঠিলো,- "মই যাম।"

"সঁচাকৈ যাবা ?"

মই মুৰ দুপিয়ালো। তেওঁ ক'লে,- "তেন্তে কাইলৈ ঘৰৰ আগফালে ৰৈ থাকিবা। মই ঠেলা ভৰাই হাটত ৰঙলাও বেচিবলৈ আহিম, যাওঁতে তোমাক লৈ যাম। হ'বনে ?"

"কাইলৈ কেতিয়া ?"

তেওঁ একো নামাতি মোৰ মুখলৈ চাই স্নেহেৰে হাঁহি এটা মাৰি দেউতাৰ ওচৰ পালেগৈ। হাতযোৰ কৰি বিনম্ৰতাৰে কিবা ক'লেও। দেউতাকো দেখিলো সৌজন্যৰে সঁহাৰি জনোৱা।

তাৰ পাছদিনা। হয়, তাৰ পাছদিনা মোৰ অকণমানি ভনীজনীৰ অন্নপ্ৰাশন আছিল। ঘৰখনৰ বাহিৰে-ভিতৰে মানুহ। দুপৰীয়াৰ ভাতসাঁজ সকলোৱে লগে-ভাগে খাইছে। হাঁহি-তামাচাৰে খাইছে। খাব পৰা নাই কেৱল মই। হয়, কেৱল মই। ক্ষণে-ক্ষণে পদূলিমুখলৈ ভুমুকিয়াই আছোঁ।

তেনেতে হঠাৎ ছাৰক দেখা পাই গ'লো। দেখিয়েই ছেণ্ডেলযোৰ পিন্ধি তেওঁৰ ওচৰলৈ দৌৰ মাৰিলো। তেওঁ ক'লে,- "ঠেলাতে উঠা। মোৰ ছোৱালীজনীও উঠে। তাই ঠেলাত উঠি বৰ ভাল পায়।"

ঠেলাৱালা হৈ তেওঁ মূৰত এখন গামোচাৰে পাগ মাৰি আহিছিল। গাত আছিল এটা হাতথঁৰা পুৰণি কামিজ।

খন্তেক ইফালে-সিফালে চাই মই ঠেলাত উঠাৰ প্ৰস্তুতি চলালো। পিছে বিস্মাৰ দৰে ঠেলাত উঠি বহাটো ইমান সহজ কাম নহয়। তথাপি কোনোমতে ধৰি বহিছোঁ আৰু তেওঁ ঠেলিছে। মোৰ বুকুত দ্ৰুত কম্পন, মুখত মুকলি বতাহ। এয়া মই মোৰ ছাৰৰ সৈতে চাপৰিলৈ ওলাইছোঁ। য'ৰ টঙিঘৰৰ ওপৰত উঠি থাকে কৰিংগংগা। গংগানদীৰ দৰে পবিত্ৰ মানুহ। এনে কি উচ্চ চিন্তা কৰে তেওঁ ? আচলতে উচ্চ চিন্তানো কি ?

কিন্তু মই ছাৰক অন্য কথাহে সুধিলো,- "আপুনি এই নৈখনক ভাল নাপায় নহয়নে ?"

"ঠিকেই কৈছা, বৰ খং উঠে মোৰ। গালিও পাবোঁ সদায়। নাই, তথাপি নুশুনে।"

"নৈয়েনো কেনেকৈ শুনিব ? কাণ থাকিলেহে !"

তেওঁ ঠেলাখন ৰখাব যেন কৰি ক'লে,- "কি কোৱা ? নৈৰ হাত-ভৰি, নাক-কাণ সব আছে। প্ৰাণো আছে। জীৱ আছে নহয় নৈৰ। জীৱ নাথাকিলে অনবৰতে বৈ থাকিব পাৰে নে কি ? সৌ শিলটোৰ দৰে বৈ থাকিলেহেঁতেন !"

"কিন্তু আপুনিনো কিয় গালি পাৰে ?"

"তাই লেতেৰা কটিয়ায়, সেইটো বাক মই নধৰোঁ। কিন্তু বাৰিষা হ'লেই পাৰৰ গাঁওবোৰ একেবাৰে বুৰাই পেলাই হানি-খুঁচি কি যন্ত্ৰণা দিয়ে আমাৰ চাপৰিটোক ! কিমান কওঁ তাইক,- হেৰ, অকণমান ভদ্ৰ হচোন। শান্ত হ। নাই, তাই নুশুনে।"

ছাৰৰ কথাবোৰ মোৰ বাবে দুৰ্বোধ্য হৈ পৰিছিল। পাছৰ ফাললৈ কাণ নিদিয়া হ'লো। আকৌ সুধিলো,- "অমৰা ফিল্ডত আছাৰি লৈ বনবোৰক কোবায় কিয় ?" তেওঁ হাঃ হাঃ কৈ হাঁহিবলৈ ধৰিলে। মই তেওঁৰ মুখলৈ চালো। দুপৰৰ নিজান বাটেদি গৈ থকা দুই-এজন বাটৰুৱায়ো বৈ বৈ চালে।

"কি আঁকৰী তুমি ? নাজানা ? সেইবোৰ মোৰ ছাত্ৰ। সিহঁতক মই দুৰৰিবনৰ দৰে নম্ৰ হোৱাৰ শিক্ষা দিওঁ। অমৰা ফিল্ডত কোনো ল'ৰা-ছোৱালীয়ে সিহঁতৰ প্ৰতাপত উমলিব নোৱাৰে। তুমি গৈ চাবাচোন কেতিয়াবা, সেই অঘাইতং বনবোৰে তোমাৰ কানি-কাপোৰৰ কি দশা কৰিব চাবা।"

ছাৰৰ কথাৰ মাজতে মোৰ অকস্মাতে আমাৰ ঘৰৰ লগুৱাটোলৈ মনত পৰি গ'ল। সি ছাৰক পগলা আখ্যা দিব খুজিছিল।

সেপ ঢুকি লাহেকৈ সুধিলো,- "আপোনাৰ স্কুলখন ক'ত ?"

"মোৰ কেইবাখনো স্কুল আছে। আমাৰ চাপৰিতো আছে। তাৰ প্ৰধান শিক্ষক অৱশ্যে কবিলংগা।"

মোৰ বুকু কেনেবা লাগিবলৈ ধৰিলে। ছাৰৰ প্ৰত্যেকখন বিদ্যালয়ে কৌৰ্শলা কনৰ দৰে ছাত্ৰবে ভৰা নেকি ?

মই তেওঁৰ মুখলৈ চাই যাবলৈ ধৰিলো। সেইখিনি পথ আছিল এঢলীয়া। ছাৰে ক'লে.- "দুয়োহাতেৰে ভালকৈ ধৰি লোৱা। আমি স্পিডত যাম এতিয়া।" আমি সঁচাকৈয়ে হুৰহুৰাই নামি গ'লো। মোৰ গালে-মুখে নতুন এছাটি বতাহ লগাত মনটো উৎফুল্ল হৈ উঠিল। সুধিলো.- "চাপৰিলৈ আৰু কিমান দূৰ আছে ছাৰ ?"

"এয়া. পালোহিয়ে। চাওঁ নামা। ইয়াতে আমি চৈলাখন থম। মই যেনি যাম. তুমিও মোৰ পিছে-পিছে আহি থাকিবা।"

মাহজাতীয় শস্যৰে ভৰা চাপৰি। পিছি থকা ধুতীখন দাঙি তেওঁ এক-দুই-তিনি বুলি দুপদুপাই দৌৰিবলৈ ধৰিলে। মোৰ বৰ হাঁহি উঠিল। ময়ো দৌৰিবলৈ ধৰিলো। ওখোৰা-মোখোৰা বাটত ছেঙেলযোৰে আহুকাল দিয়াত সেইযোৰ হাতত লৈয়ে দৌৰিবলৈ ধৰিলো। আমাৰ খিলখিল হাঁহিৰে সেই নিজান চাপৰিটোও যেন উছবমুখৰ হৈ উঠিছিল।

আমি গৈ গৈ এখন চালিৰ ওচৰত ৰ'লোগৈ। তাৰ ওপৰলৈ উঠিবলৈ এডাল জখলাও আছিল।

উশাহ সলাই ছাৰে ক'লে.- "এইটো টঙিঘৰ।"

মই ওপৰলৈ ডিঙি মেলি মেলি চালো। ছাৰে ক'লে.- "মোৰ পিছে পিছে উঠি আহা। নপৰা. আহা।" ফোঁপাই-জোপাই ছিৰিয়েদি উঠি গ'লো।

আহ্। অন্য এখন পৃথিৱী ! টঙিঘৰৰ ওপৰত বহি মই সঁচাকৈয়ে অভিভূত হৈ উঠিলো। এক বিস্তীৰ্ণ অঞ্চল জুৰি শস্যৰ হাঁহি. অদূৰত নৈৰ গতি. মুক্ত আকাশৰ লগত এয়া মই। ইয়াত মোৰ প্ৰত্যেকটো গতি-বিধি নিৰীক্ষণ কৰি শাসনৰ জোলেৰে বান্ধিবলৈ কোনো নাই। মই মুক্ত। মই মুক্ত।

দীঘলকৈ উশাহ ল'লো। ছাৰে মোৰ হাতত বাঁহৰ চুঙা এটা দি ক'লে.- "এইটো মুখত লৈ চিঞৰাচোন।"

মই তেওঁৰ মুখলৈ চালো। চুঙাটো হাতত লৈ সুধিলো.- "কিন্তু কবিগংগা ? তেওঁ ক'ত ?"

"ঠিক আছে. তুমি তেওঁৰ নাম লৈয়ে চিঞৰা।"

মই অলপ অপ্ৰস্তুত হ'লো। নিজকৈ বয়সত ডাঙৰৰ নাম ধৰি মাতিবলৈ সংকোচ জন্মিল। সুধিলো.- "আপোনাৰ ভুলাখন ? কবিগংগা জানে আছে কিজানি।"

তেওঁ ঢেক্‌ঢেকাই হাঁহিবলৈ ধৰিলে। হাঁহি-হাঁহি বাগৰি পৰিল। ক'লে,- "এইখনেই স্কুল। চাপৰিৰ খেতিৰ আটাইবোৰ শস্যই মোৰ ছাত্ৰ। ইয়াত কবিগংগা হেডমাষ্টৰ। আকাশত মেঘ আছেনে চোৱাচোন ! মেঘলৈ চাই চুঙাটোৰে উকিয়াই দিয়া। তেন্তে উত্তৰ দিব।"

মোৰ চকুপানী ওলাওঁ-ওলাওঁ হ'ল। ছাৰ পগলা হ'ল নেকি ? তেওঁ উঠি থিয় হ'ল। আকাশলৈ দুহাত মেলি চিঞৰি উঠিল,- — "হে মহান শক্তিধৰ কবিগংগা, তোমাৰ দৰেই মোক মুক্ত আৰু উদাৰ কৰি তোলা। এই মুক্ত আকাশৰ তলত যেন মই প্ৰাণখুলি হাঁহিব পাৰোঁ। এই পৃথিবীৰ প্ৰত্যেকৰ বাবে শুভ চিন্তা কৰিব পাৰোঁ, তোমাৰ দৰেই যেন নিৰ্মল হ'ব পাৰোঁ। হে কবিগংগা, তোমাৰ এই মহৎ কবিতাৰ দুই- এটা ছন্দকে দিয়া। দিয়া আশীৰ্বাদ দিয়া। চোৱা, তোমাৰ ওচৰলৈ আজি নতুন মানুহো আহিছে। তোমাৰ দৰেই পবিত্ৰ তেওঁ। অলকানন্দা।"

মই ভেবা লাগি ছাৰৰ মুখলৈ চাই ৰ'লো। ছাৰে সৰু সৰুকৈ মোক ক'লে,- "মুখত চুঙাটো লৈ উকিয়াই দিয়া, তেওঁ উত্তৰ দিব।"

উকিয়াই দিলো। সঁচাকৈয়ে সেই নিৰ্জনতাত উকিটোৱে প্ৰতিধ্বনি তুলি মোক যেন উত্তৰহে দিলে।

ছাৰে ক'লে,- "বাঃ বঢ়িয়া !' এতিয়া ফটাফট কৈ যোৱা, তোমাৰ যদি কিবা থং-দুখ আছে, কৈ শেষ কৰা।"

মই চুঙাটো মুখত লৈ থেৰোগেঁৰোকৈ ক'লো,- — "মোৰ মা খুব ভাল, কিন্তু ভনীজনী অহাৰ পৰা মোক আগৰ দৰে মৰম নকৰা হৈছে। এইটোৱেই মোৰ দুখ।"

"আৰু খণ্ডৰ কথাও কোৱা।"

"হয়, মোৰ খঙো আছে- আমাৰ ঘৰৰ লগুৱাটোৰ ওপৰত। সি ধনী-মানী লোকৰ বাহিৰে অন্য মানুহক মানুহ বুলিয়েই নাভাবে। আনকি মোৰ লগৰ দুখীয়া ল'ৰা-ছোৱালী বোৰকো। সিহঁতে মোক বিচাৰি আহিলে সি পদূলিৰ পৰাই খেদি দিয়ে।"

"এতিয়া তুমি কি হ'ব খোজা কোৱা।"

"মই ভাওৰ হ'ব খোজোঁ। নিজৰ ইচ্ছা মতে কাম কৰিব খোজোঁ। সকলো

মানুহকে আনন্দত ৰাখিব খোজোঁ।"

"আৰু কোৱা, আৰু কোৱা।"

"মই মহৎ হ'ব খোজোঁ আপোনাৰ দৰে, ছাৰৰ দৰে এই টঙিঘৰতে বৈ যাব খোজোঁ।"

"এতিয়া তিনিবাৰ উকিয়াই দিয়া।"

মই উকিয়ালো। ছাৰেও। তাৰ পাছত আমি টঙিৰ পৰা নামিলো। মটৰমাহৰ গুটি কিছুমান চোবালো আৰু আকৌ ঠেলাত উঠি ঘৰৰ ৰাস্তা ধৰিলো। ঘৰত তেতিয়া এক অন্য পৰিৱেশ। দূৰৈৰ পৰাই দেখিলো পদূলি মানুহেৰে ভৰা। মই ভাবিলো নিমন্ত্ৰিত অতিথিসকলৰ কথা। কিন্তু ওচৰ পাইহে দেখিলো কথা বিষম। খাকী পোছাক পিন্ধা পুলিছৰ লগত দেউতাই কথা পাতি আছে। পদূলিৰ ওচৰ চপাৰ আগতেই আমাক খাকী দেহবোৰে বেৰি ধৰিলেহি। কোনোবাই মোক ঠেলাৰ পৰা কোলাত কৰি নমাই ওলটা-ওভতা প্ৰশ্ন সুধি একেবাৰে ব্যতিব্যস্ত কৰি তুলিলে। দেউতা ওপৰতে পৰিলগৈ, ক'লে,- "মানুহজনক লৈ যাওঁক।"

মোলৈ চাই ক'লে,- "তই এইফালে আহ।"

মই ভয় নে আতংকত কঁপিবলৈ ধৰিলো। জীয়াই আছো নে নাই ধৰিব নোৱাৰা অৱস্থা যেন ! তলমূৰকৈ দেউতা আৰু থানাৰ দাৰোগাই সোধা সকলোবোৰ কথাৰে উত্তৰ দিলো। দেউতাই ক'লে,- "যা, মাৰৰ ওচৰলৈ যা।"

মই মাক সাৱটি ধৰি ভেঁ-ভেঁকৈ কান্দি পেলালো। কোনো দোষণীয় বা অপৰাধমূলক অনুশোচনা নাছিল, অথচ মই কান্দিছিলো। ইমান সামান্য ঘটনাটোতে ইমানবোৰ মানুহ উদ্বিগ্ন হোৱা দেখি মই অতি সন্তাপ পাইছিলো। নিৰ্যাতিত ছাৰৰ কাৰণে দুঃচিন্তাৰ যন্ত্ৰণাত কাতৰ হৈ পৰিছিলো। যিজন মানুহে সামান্য দুটা দৈৰ চুঙা লৈ আহোঁতেই দেউতা অসন্তুষ্ট হৈ উঠিছিল, এতিয়া সেইজন মানুহেই তেওঁৰ কন্যাক এইদৰে ঠেলাত তুলি কোনোবা অজান ঠাইলৈ ফুৰাবলৈ নিয়া কাৰ্যক তেওঁ সহজভাৱে গ্ৰহণ কৰিবনে ?

মই মাৰ শৰীৰত গোঁজা মুখ ঘুৰাই বাটৰ ফালে চাইছিলো। মোৰ জীৱনক কিছুমান নতুন শব্দৰে ভৰাই তোলা, নতুনকৈ মুক্তিৰ স্বাধীনতাৰ স্বাদ দিয়া সেই ছাৰজনক খাকী পোছাক পিন্ধা কঠ-নিৰ্মম শৰীৰ কিছুমানে বেৰি-কুৰি থানাৰ ফালে

লৈ গৈ আছিল। মোৰ ছাৰ, মোৰ নিমাখিত ছাৰো নিৰ্বিকাৰ খোজেৰে সিহঁতৰ লৈতে গৈ আছিল। হাতত তেওঁৰ হাতকেৰেয়াৰ নিষ্ঠুৰ বন্ধন। মই দুগুণ জোৰেৰে চিঞৰি উঠিলো। চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলো।

সেইনিশা কাষত শুৱাই লোৱা দেউতাক ক'লো,- "আজি মোক একো কাহিনী ক'ব নালাগে। এটা কথা কোৱা দেউতা।"

"কি ?"

"মোৰ সেই ছাৰজন সঁচাকৈয়ে বলিয়া মানুহ নেকি ?' ইমান মৰমীয়াল, ইমান ধুনীয়াকৈ স্ফূৰ্তি কৰিব জানে। আমি টঙিঘৰত উঠি মুখত চুঙা লৈ আকাশলৈ উকিয়াইছিলো, আমি ভগৱানক আমাৰ সব কথা কৈছিলো। আমি খেতিৰ মাজত দৌৰা দৌৰি খেলিছিলো। খেতিৰ মাহগছবোৰ আছিল তেওঁৰ ছাত্ৰ। খেতি পথাৰখন আছিল তেওঁৰ স্কুল। তাৰে হেডমাষ্টৰ হৈছে কবিগংগা। ভগৱানৰ নিচিনাকৈ ডাৱৰৰ মাজত সোমাই থকা কবিগংগা।"

"শুই থাকচোন।"

"নোশোও মই, কোৱা মোক, ক'বই লাগিব।"

"অঁ তেওঁ বলিয়া। তইতো নিজেই তেওঁৰ স্কুল দেখিলি, ছাত্ৰ-ছাত্ৰীবোৰ দেখিলি !"

"উস্ তুমি ক'লেই হ'ব নেকি ?' তোমাৰ ৰবীন্দ্ৰনাথেও দেখোন বাৰাণ্ডাৰ ৰেলিংবোৰক ছাত্ৰ বুলি পঢ়ুৱাইছিল। আছাৰি লৈ দেখোন ৰেলিংবোৰকে কোবাইছিল !"

দেউতাই মোক বুকুত সামৰি ধৰিছিল। বহুদেৰিলৈকে ফেঁকুৰি-ফেকুৰি এই কথা সুধি থৈছিলো। দেউতা মনে মনে থৈছিল। হাত ফুৰাইছিল মোৰ পিঠিত, মূৰত। গধুৰ নিশ্বাস এৰিছিল। কিন্তু একোৱেই কোৱা নাছিল। সঁচাকৈয়ে একো উত্তৰ নাছিলনে তেওঁৰ হাতত ?

পাছদিনা মোক পঢ়াশালিলৈ যাবলৈ দিয়া নহৈছিল। একপ্ৰকাৰ গৃহবন্দীয়েই হৈ পৰিছিলো যেন ! ডাৱৰৰ আঁৰত থকাজনে কিজানি মোৰ দুখ উপলব্ধি কৰিছিল। হয়, মায়ে মোক ভনীজনীৰ দৰেই কোলাত সুমুৱাই স্নেহ কৰিবলৈ আৰম্ভ কৰি দিছিল। যতন লৈছিল মোৰ শৰীৰৰ। আৰু দিবানিদ্ৰাৰ সুযোগতে লাহেকৈ সুধিছিল কিছু কথা। যাৰ কাতৰ সংগোপন প্ৰশ্নবোৰ আছিল এনে ধৰণৰ,- "তোক ছাৰজনেকোলাত লৈছিল নেকি ?"

"ওহোঁ, নাই লোৱা।"

"ইমান ধুনীয়া ফ্ৰক পিন্ধিছা, পেণ্টটোও চাওঁ বুলি কৈছিল নহয়নে ?"

"নাই কোৱা, কিয় ক'ব ? স্কুলৰ ছাৰ-বাইদেৱে তেনেকৈ কয় নেকি ?"

মা নীৰৱে বৈছিল। আবেলি লগুৱাটোৱে মোক খুলনাত উঠিবলৈ মাতিলে। সি মোৰ কাষতে মূঢ়া

এটাত বহি নখ কাটি আছিল। ছেগ বুজি লাহেকৈ সুধিলো,- "ছাৰজন থানাত আছে নেকি ?"

"নাই। ৰাতিপুৱা তেজপুৰলৈ পঠিয়াব বুলি শুনিছিলো।"

"তেজপুৰলৈ কিয় ?"

"নাজানা ? তাত এখন পগলা ফাটেক আছে নহয়।"

★ ★ ★ ★ ★

এই ঘটনাৰ পাছত অনেক বছৰ বাগৰি গ'ল, অথচ চকু মুদিলেই একেবাৰে সৌ সিদিনাৰ কথাৰ দৰে ভাস্বৰ হৈ উঠে। ছাৰ আৰু কবিগংগাক সুঁৱৰি কেইবাদিনো চকুলো টুকিলো মই। চৌহদৰ এচুকৰ মধুৰিআমজোপাৰ তললৈ চকী এখন দাঙি নি তাৰেই গছজোপাৰ গাত এঢাপ উঠি প্ৰথমটো ফেৰেঙনিত বহি মুখত কাগজৰ চুঙা লৈ উকিয়ালো। গা ধোৱা ঘৰত ওপৰলৈ দুহাত মেলি শ্বাৱাৰৰ পানীক কবিগংগাৰ নাম লৈ চিঞৰিলো তিতা মজিয়াত বহি, দুহাতেৰে মুখ ঢাকি উচুপি-উচুপি ক'লো,- 'ছাৰ ............ছাৰ, আপোনালৈ মোৰ মনত পৰিছে ছাৰ !"

★ ★ ★ ★ ★

চাৰিদিন এনেদৰে থকাৰ পাছত মা আৰু ভনীজনীৰ সৈতে দেউতাই আমাক ককাইতৰ ঘৰত থৈ গৈছিলহি। তাত আমন-জিমনকৈ দহ দিন থকাৰ পাছত আমি এখন নতুন ঠাইৰ নতুন পৰিৱেশৰ বাসিন্দা হ'বলৈ ৰাওনা হৈছিলো। হয়, কৰ্মসূত্ৰে পিতাৰ বদলি হৈছিল অন্য এখন নগৰলৈ।

সেইদিন ধৰি কবিগংগাৰ ভাসমান ৰূপ আৰু ছাৰৰ শিক্ষাৰ ধাৰাপাত বুকুত কঢ়িয়াই ফুৰিছোঁ সংগোপনে-স  গাপনে কবিৰলৈ মহাজীৱনৰ গংগাস্নান।

■ প্ৰান্তিক, ১ এপ্ৰিল, ২০০৬



## ◻ সংস্কৃত ◻

প্ৰথমে কথাটো মই ইমান গুৰুত্ব সহকাৰে লোৱা নাছিলো। কিন্তু যিদিনাই পৰী মোৰ স্বামীৰ কাষত নিদ্ৰাবিভোৰ হ'বলৈ বুলি শয্যাত বাগৰি পৰিল, তেতিয়াই মোৰ ধৈৰ্যচ্যুতি ঘটিল। এক সহজাত নাৰীৰ ঈৰ্ষা আৰু ক্ৰোধৰ অগনিত মোৰ কলিজা পুৰি ভস্ম হৈ গ'ল। মুহূৰ্ততে।

শয্যা গ্ৰহণ কৰিবলৈ যোৱাৰ আগমুহূৰ্তত মই শৰীৰ সুগন্ধিত কৰোঁ. কেশগুচ্ছত অনুশাসন চলাওঁ আৰু এক সতেজ মনেৰে মই আগতেই নিজৰ গাৰুত মূৰ থোৱা স্বামীলৈ চাই সৌজন্যৰে হাঁহো। মোৰ স্বামী কৰ্তব্যৰ তাগিদাত অন্য এক চহৰত বাস কৰে। মাহত দুবাৰকৈ তেওঁ আহে। হয়, তেওঁ এক বিমল উৎসৱ হৈ আহে, মই সেই উৎসৱৰ মতলীয়া শিশু হৈ উঠোঁ, তেওঁ হাতৰ পৰা টোপোলাবোৰ নিজৰ হাতলৈ আনো, তেওঁক সলাবলৈ দিওঁ পৰিচ্ছন্ন পোছাক, পৰিষ্কাৰ হ'বলৈ দিও স্বচ্ছ পানী আৰু মেজত সজাই দিওঁ তেওঁৰ প্ৰিয় আহাৰ। তেওঁ সন্তোষেৰে সেয়া গ্ৰহণ কৰে আৰু মই উৎসৱৰ মতলীয়া শিশু হৈ এক অদ্ভুত অনাবিল আনন্দেৰে অনৰ্গল কৈ যাওঁ অনেক কথা। যিবোৰ ইমানদিনে তৰপে তৰপে স্তৰীভূত হৈ থাকে মোৰ বুকুৰ নিৰ্জনতাত।

সেইদিনাও শয্যাত শুই মোলৈকে চাই থকা বুলি নিশ্চিত হোৱা স্বামীৰ মুখলৈ চাই মই সৌজন্যৰ হাঁহি বিয়পাব খুজি ঘূৰিছো, হঠাৎ দেখোঁ মোৰ গাৰুত মূৰ থৈ শুই আছে পৰী। তাইৰ মুখ ভাবলেশহীন, দৃষ্টি সমুখৰ বেৰত।

মুহূৰ্ততে ভস্ম হৈ গ'ল মোৰ কলিজা।

মই স্তম্ভিত। স্বামীয়ে সুধিলে-

: কি হ'ল?

মই স্তম্ভিত। তেওঁ আকৌ ক'লে-

: আহা।

মই তেওঁৰ মুখলৈ চালো। একেবাৰে সহজ।

পত্নীৰ সাক্ষাততে যে তেওঁ পৰীৰ কাষত শুই আছে, সেয়া যেন নিতান্তই সাধাৰণ কথা।

তেওঁ আকৌ সুধিলে-

ঃ আৰে, বৈ আছা যে ? আহা। লাইটটো নুমুৱাই দিয়া। খুব সাধাৰণভাৱেই তেওঁ সিফাললৈ বাগৰ সলালে। মই জানো, অহৰহ চকুত পিন্ধি থকা চছমাযোৰ খোলাৰ পাছত এনে উজ্জ্বল পোহৰ বেছিসময় সহিব নোৱাৰে তেওঁ।

পৰী তেতিয়াও একেদৰেই আছে। একেটানে আঁজুৰি দলিয়াই পেলাম যেন তাইৰ মুৰৰ গাৰু। চুলিত ধৰি বাহিৰ কৰি দিম যেন তাইক।

কিন্তু সেইবোৰ অভদ্ৰামি কৰিব নোৱাৰোঁ। কাৰণ পৰী মোৰ অভ্যাগত।

লাহেকৈ তাই মুৰ থোৱা গাৰুটোত টান এটা দিলো। তাই লগে লগেই ঘূৰি চালে মোলৈ। মই গাৰুটো টানি আছো, টানি আছো _ পৰী উঠি বহিল। গাৰুটো বুকুত সাবটি লাইটটো নুমুৱাই স্বামীক ক'লো-

ঃ তুমি শোৱাচোন, মই আহিছো।

ঃ ক'ত যোৱা ?

ঃ আহিছো ৰ'বা। বেলকনিত জোতা-কাপোৰ চব থাকিল, ৰাতি বৰষুণ দিলে তিতিব।

মোৰ কথাষাৰ শেষ নহ'লেই, পৰী বেলকনিলৈ ঢপলিয়াই যোৱাদি গ'ল।

স্বামীয়ে ক'লে-

ঃ ধূৎ, আজি বৰষুণ নিদিয়ে।

ঃ নিদিলেও ৰাতিপুৱা ৰ'দতো দিব। ৰ'দত নষ্ট হৈ যাব। শোৱাচোন তুমি, মই সামৰি থৈ আহো ___।

মই বেলকনি পালোগৈ। মমৰ মূৰ্তিৰ দৰে পৰী বৈ আছে। বেলকনি চকলি। সকলো সুশৃংখল।

মই চকীত বহিলো। মাতিলো-

ঃ পৰী !

ঃ কি খালাজান ?

ঃ এটা কথা।

ঃ কওক।

ঃ ইমানদিনে তুমি য'তেই আছিলা, মোৰ আপত্তি নাছিল, কিন্তু আজি কিছু অসুবিধাত পৰিছো।

ঃ অসুবিধা ?

মই জোনাকতে তাইলৈ চালো। এক সৌন্দৰ্যৰ সমুদ্ৰই তৰংগায়িত ৰাখে তাইক, অহৰহ। যিকোনো পুৰুষেই উটি যাব সেই সমুদ্ৰত। সেইকথা তাই যেন নাজানেহে !

লাহেকৈ সুধিলে তাই-

ঃ আপোনাৰ মিঞা আহিছে কাৰণে ?

ঃ ওঁ ।

ঃ তেওঁ গম নাপাব, মই আপোনালোকৰ মাজতে শুই থাকিম।

ঃ উঃ !

ঃ পানঝিৰ উপত্যকাৰ সেই ঘৰখনৰ বহল বিচনাত ফাৰুখ আৰু ফাতেমাৰ একাষেই শুব লাগিছিল মই, আমি দুয়োজনী সতিনী ....... ।

ঃ ষ্টপ ইট্। আমি একো নহওঁ।

ঃ নহওঁ যদি ধৰি ৰাখিছে কিয় মোক ? কিয় আপুনি মোক উকৰাই নিদিয়ে ?

নিজৰ চুলিকে উঘালিবৰ মন যোৱা অৱস্থা। কিয় বন্দী কৰি ৰাখিম মই তাইক ? তথাপি সংযত হৈ ক'লো-

ঃ মইতো তোমাক ৰখা নাই।

ঃ তেন্তে কিয় সেই মৰম ? স্নেহৰ চাৱনি ?

মনে মনে ৰ'লো। দূৰৈৰ হেলোজেনৰ উৎস চকুত পৰিছে।

কাণত পৰিছে পৰীৰ হাতৰ কংকনৰ শব্দ। কাবুলৰ নাৰীয়ে যিমানে বেছি অলংকাৰ পিন্ধিব, সিমানে তেওঁ স্বামীৰপ্ৰিয় বুলি জগতে জানিব। পৰীৰ শৰীৰতো অলংকাৰৰ মেটমৰা বোজা। ফাৰুখৰ আদৰ নোপোৱা সত্ত্বেও তাই সেইসোপা কঢ়িয়াই ফুৰে।

মই তাইলৈ চালো। দুয়োহাতেৰে মুখ ঢাকি আছে। উচুপিছেও নেকি ?

বহাৰ পৰা উঠি একপ্ৰকাৰৰ প্ৰায় ফুচফুচায়ে ক'লো-

ঃ মই শোওঁগৈ।

গুচি আহিলো। তায়ো আহি আছিলনে পাছে পাছে ? ওহো উভতি চোৱা নাছিলো। এক আচ্ছাদিত সংশয়েৰে পিষ্ট হৈছিল মোৰ বাহিৰ-ভিতৰ সমস্ত।

ঃ আহিলা ?

স্বামীয়ে সুধিলে। মই একো সঁহাৰি নজনালো। তেওঁ স্বগতোক্তি কৰি গ'ল-

ঃ মোজাটিৰ চিম্ফশী আৰু এই বতাহৰ সোঁ-সোঁৱনি ... আহ্ । বুইছা নিশি ... ।

তেওঁ আন্ধাৰতে মোৰ গালে মুখে আহি পৰা চুলি আঁতৰ কৰিবলৈ লাগি গৈছিল। অকলশৰীয়া টিলাৰ ওপৰৰ এই কাঠৰ চাংবঙলাৰ প্ৰতিখন বেৰ-খিৰিকীক বতাহে বেহেলাৰ তাঁৰৰ দৰে চুই গৈছিল। সোঁ-সোঁৱাই উঠা বতাহৰ বিলম্বিত লয় ক্ৰমশঃ দ্ৰুতৰ পৰা দ্ৰুততৰ হ'বলৈ ধৰিলে।

মোৰ উচ্পিচনি আৰম্ভ হ'ল। পৰী ! পৰী !! সুদূৰ কাবুলৰ পৰা আহিছে তাই। কাকো চিনি নাপায়, একো নাজানে, উৰুৱাই নিব নেকি বতাহেই ?

মই স্বামীৰ ফালে মুখ কৰিলো, তেওঁৰ ডিঙিত মুখ গুজি ক'লো

ঃ ভাল লগা নাই মোৰ ... আজিকালি ভাল নালাগে মোৰ ... ।

ঃ কি ??

তেওঁ বৈ গ'ল। আকৌ সুধিলে-

ঃ কি ভাল নালাগে?

ঃ তুমি ভূত বিশ্বাস কৰানে ?

ঃ নকৰোঁ।

ঃ আৰু ঈশ্বৰ ?

ঃ কৰিবইতো লাগিব।

মই আঁঠুকাঢ়ি বহি ল'লো। তেওঁৰ আঙুলিৰ মাজত নিজৰ আঙুলিৰে জেওৰা গাঁথি সুধিলো-

ঃ কৰিবই লাগিব মানে ? তুমি অৰমানে আন্তৰিকতাৰে পূজা-সেৱা নকৰা ? তোমাৰ মায়ে বেয়া পাব বুলিয়েই ঈশ্বৰক বিশ্বাস কৰা নহয়নে ?

ঃ আৰু তুমি ?

ঃ মই চব বিশ্বাস কৰোঁ। কৃষ্ণগহ্বৰ, ইউ এফ অ', ভূত-ঈশ্বৰ, তন্ত্ৰ-মন্ত্ৰ চব বিশ্বাস কৰোঁ।

: যেয়ে যি কয় ?

: আৰু ঈশ্বৰ ? তোমাৰ পূৰ্বপুৰুষে ক'লে কাৰণেইতো তুমিও বিশ্বাস কৰা।

মই বোধকৰো প্ৰয়োজনতকৈ বেছি উত্তেজিত, তেওঁ চেনেহেৰে আঁকোৱালি লৈ সুধিলে-

: তুমি কুন্তিআম্মাৰ লগত খুব মেল মাৰিবলৈ লৈছা ? ৰ'বা বুঢ়ীক খেদাই দিম মই, ভূতৰ সাধু ক'বলৈ আহে।

: তুমি কোৱা, ঈশ্বৰ বিশ্বাস কৰা নে নাই ?

: কৰোঁ।

: আৰু ভূত ?

: এইটোত অলপ প্ৰব্লেম আছে, দেখা নাইতো কেতিয়াও।

: আৰু ঈশ্বৰক হ'বলা দেখিছা ? ঈশ্বৰৰ অস্তিত্ব যদি বিশ্বাসত, ভূতৰ অস্তিত্ব তেনে ৰহস্যত। কাক তুমি কেনেকৈ ল'বা, সেইটো তোমাৰ কথা।

: ওঁ।

এতিয়াতো কোৱা, অলপ হ'লেও মানো বুলি !

: ওঁ।

: মোৰ চকুলৈ চাই কোৱা !

: আন্ধাৰ দেখা নাই ? চছমাও নাই !

তেওঁ ধেমালি কৰিলে আৰু কিছুসময়ৰ পাছতে টোপনিত মগন হ'ল। বোধকৰো যাত্ৰাপথৰ ক্লান্তি আৰু প্ৰিয়তমাৰ সান্নিধ্যই তেওঁক স্বস্তি প্ৰদান কৰিছিল।

ৰতাহৰ সোঁ-সোঁৱনি বাঢ়িছিল।

হাতত সাৰে-ভৰিত সাৰে মই বেলকনিলৈ ওলাই গ'লো। চুকটোত পৰী নাই। আগুৱাই গৈ তললৈ চালো। টিলাটোলৈ উঠি অহা বাটৰ জিগ্‌জাগত কেইবাজোপাও ডাঙৰ গছ। তাৰে এজোপাৰ তলত তাইক বৈ থকা দেখিলো। এইফাললৈকে চাই বৈ আছে তাই, ঠিক প্ৰথম দিনাৰ দৰেই। ঠিক প্ৰথম দিনাৰ দৰেই এতিয়াও তাইৰ সৰ্বশৰীৰ নীলা চাদ্ৰিৰে ঢকা।

প্ৰথমদিনাও তাই সেইজোপাৰ ছায়াতে এনেদৰেই বৈ আছিল। জাৰ্মানীৰ এৰিয়ানা অফিচত মোৰ এক পত্ৰবন্ধু কৰ্মৰত। তেওঁৰ ভগ্নী আফগান বায়ুসেনাত।

ফ্রেংকফর্ট আৰু কাবুলৰ মাজত চলা এৰিয়ানাৰে আহ-যাহ কৰা ভগ্নীৰ দ্বাৰা তেওঁ অনেক উপহাৰ মোৰ বাবে সংগ্ৰহ কৰিছিল আৰু এটা এটাকৈ প্ৰেৰণ কৰিছিল সেইবোৰ। যোৱামাহত মোৰ দেওৰজন জাৰ্মানীলৈ গৈ উভতি আহোঁতে পুনৰ লাভ কৰিছিলো মই পত্ৰবন্ধুৰ উপহাৰ। এইবাৰৰ উপহাৰ আগতকৈ সম্পূৰ্ণ পৃথক। আগতে তেওঁ প্ৰেৰণ কৰিছিল আখৰোট, খিচমিচ, পেস্তা, চুলতানা আৰু টুট। জামু শুকুৱাই প্ৰস্তুত কৰা এই টুট মোৰ স্বামীৰো প্ৰিয় হৈ উঠিছিল। তেওঁ মোক জাৰ্মানৰ বন্ধু এৰি কাবুলৰ মানুহৰ সৈতে বন্ধুত্ব গঢ়িবলৈ কৈ ধেমালি কৰিছিল। কিন্তু সকলোৰে সৈতে জানো গঢ়ি উঠিব পাৰে বন্ধুত্ব ? দেশ-বিদেশৰ সাহিত্যৰ প্ৰতি আগ্ৰহী আৰু মহাকাশৰ লগতে সমুদ্ৰতলীৰ প্ৰতি অনুভৱ কৌতুহলেৰেহে আদৰিব পাৰোঁ যেন কোনোবা এজনাক। ...... তেওঁক মই টুটৰ কথা জনাইছিলো, ফলত অন্যান্য উপহাৰ বাদ দি তেওঁ তিনিবাৰকৈ কেৱল টুটকেই প্ৰেৰণ কৰিছিল। কিন্তু এইবাৰৰ উপহাৰ আছিল সবাতোকৈ ভিন্ন। ঘাঁহৰ নিচিনা শাক গণ্ডানা। 'আলু আৰু নিমখেৰে সিজাই খাবা'- তেওঁ লিখিছিল।

স্বামী তেতিয়া ঘৰত নাছিল। সেয়ে তেওঁলৈ অলপ থৈ দেওৰে ময়ে মিলি গণ্ডানা ৰান্ধিবলৈ সাজু হ'লো। মেজৰ ওপৰত, কাঁহী এখনত শাকখিনি মেলি মই বাচিবলৈ লৈছো, এনে লাগিল পাছফালৰ পৰা কোনোবাই যেন আলফুল আঙুলিৰে চুই আঁতৰাই পেলাইছে গণ্ডানাৰ অদৰকাৰী অংশ। নিজৰ হাত কোছাই আনিলো মই। এনে লাগিল পাছফালৰ পৰা যেন মাৰ দৰেই কোনোবাই মোৰ দুকাষেৰে দুয়োহাত সমুখলৈ প্ৰসাৰিত কৰি সেই কাৰ্য কৰি গৈছে। মই ৰৈ গৈছো।শুনি কি নুশুনি যেনকৈ কাণত বাজিব ধৰিছে নাৰীৰ হাতৰ কংকণৰ ধ্বনি।

কাঁহীখন লৈ উঠি গ'লো। দেওৰে আগভাগ ল'লে। সুহৰি বজাই বজাই উৎসাহেৰে শাকখিনিৰ ওপৰত আলু কাটিছে।

মই লাহেকৈ পাছলৈ উভতি চালো। কোনো নাই। খোৱাৰ মেজত দেওৰে জাৰ্মানীলৈ যাব লগা দ্বিতীয়টো যাত্ৰাৰ কথা কৈছে, তেওঁৰ হাঁচি আছিল, মুহূৰ্ততে কোনোবাই যেন তেওঁ সৰহকৈ লোৱা গণ্ডানাৰ একাংশ তুলি আনি মোৰ কাঁহীত দিলেহি। চপাইও দিলে। কেৰাহিকৈ চালো, অজস্ৰ আঙুঠিৰে ভৰা হাতৰ আঙুলি

কিছুমানে মেজৰ কাষলৈ আঁতৰি গৈছে।

বুকু কঁপিল মোৰ।

বুকু কঁপিল।

আহাৰ গ্ৰহণৰ পাছতেই গাড়ী চলাই দেওৰজন গ'লগৈ। মই বেলকনিত বৈ গতিশীল গাড়ীখনলৈ চালো। সুছবি এটাও উকৱাই গৈছে যেন ! জিগজ্যাগবোৰেৰে গৈ থকা গাড়ীৰ খিৰিকীৰে তেওঁ মোলৈ হাত দাঙি গুচি গ'ল। হঠাৎ চকুত পৰিল সেইখিনিতে নীলা চাদ্ৰী পিন্ধি বৈ আছে এক নাৰী। ওহো, এই অঞ্চলত আগে-পিছে কাহানিও দেখা নাই তেনে বেশী নাৰী।

তেওঁ চাদ্ৰীৰ অগ্ৰাংশ দাঙি মোলৈকে চালে। ৰ'দত তিৰ্‌বিৰ্ এযুৰি বাদামী চকু। চকমকীয়া আঙুঠি আৰু হাতৰ কংকন। মুখখন মৰমলগা।

ক্ষন্তেক চোৱাৰ পাছত মই ভিতৰলৈ উভতিলো। ইটো সিটো সামৰিছো, কামবোৰ যেন আগতকৈ কিছু সোনকালে হৈ উঠিছে, চেণ্ডেলযোৰ বুটলি লওঁহে, উৰা মাৰি থওঁগৈ যেন শু-ৰেকত। পৰ্দাত হাত দিওঁহে, লগে লগেই সুশৃংখল হৈ উঠে আটাইবোৰ পৰ্দা।

উঠি অহা চিৰিৰ মুখতে থকা দুৱাৰখন মাৰি দিলো। কুট্টিআম্মা তলত থাকে, বিশ্ৰামৰ সময়ত এইখন সদায়ে জপাই থওঁ।

জপাই থৈ শোৱনীকোঠালৈ গৈছো, কিবা যেন পাহৰি এৰিলো বুলি বন্ধ দুৱাৰখনৰ কাষেদি অথচ সেইফালে নোচোৱাকৈ বেলকনিলৈ গ'লো। কিন্তু বৈ গ'লো। ঠিক দুৱাৰখনৰ দহটা চিৰিৰ তলৰ যিখিনি সমতল, তাতে যেন কোনোবা বৈ আছিল। অপেক্ষাত বিনয়েৰে বৈ আছিল।

মই পিছুৱাই আহিলো।

নাই, কোনো নাছিল।

শয্যাত নৈৰ ঢৌ হৈ বাগৰিল মোৰ চুলিকোচা। হাতত এখনি গ্ৰন্থ। টিলাটোৰ তলৰ পৰা বতাহ উঠি আহিছিল, অৰ প্ৰতিটো স্নেহবান আঙুলিয়ে চুই গৈছিল মোৰ সেই চুলিৰ নৈক। নৈৰ প্ৰতিটো তৰংগৰ মাজতে যেন আঙুলিবোৰে ফাঁক একো একোটা বিচাৰি পাই গৈছিল। বৈ গৈছিল সেই আঙুলিও জুলীয়া হৈ ... ।

হঠাতে জুলুক্।

ক্ৰমাৎ মুদ খাই আহিব ধৰা চকুযুৰি মেল খাই গৈছিল। মাৰ দৰেই এক নাৰীময় সান্নিধ্য। নাৰী শৰীৰৰ মমতাৰে ওপচা নিৰ্যাস।

মই সেপ ঢুকিলো। চকুযুৰি মেলিলো যদিও নেত্ৰমণি স্থিৰ। ভীত।

চুলিৰ নৈৰ তৰংগবোৰ পূৰ্বতকৈও ফাঁক-ফাঁক হৈ পৰিছে। আঙুলিবোৰৰ সৈতে তৰংগই আফগানিস্থানৰ তিনিকোণীয়া পৰাঠা বলংনাৰ আকৃতি লৈছে।

: খালাজান !

বতাহৰ মাত নে ?

গোলাপৰ পাপৰি সৰাৰ শব্দ ?

মোৰ চকুৰ মণি ঘূৰিল। অস্পষ্ট এক নাৰীময় শৰীৰ বেৰৰ ফাললৈ হুঁহকি পিছুৱাই গ'ল।

মই মূৰ তুলিছো। কাটি হৈ শুই থকাৰ পৰা সামান্য উবুৰি হৈছো। নৈ-চৈ একো নোহোৱা হৈ চুলিময় ওৰণিৰে ঢকা মোৰ সমগ্ৰ মুখমণ্ডল।

: আপোনাক মোৰ ভাল লাগিছে খালাজান !

জাপ মাৰি বহিলো, উফালে মাৰি পঠিয়ালো চুলিৰ ওৰণি। আচৰিত ! সঁচাই আচৰিত ! দুপৰৰ অন্তিম প্ৰহৰৰ সেই স্পষ্ট পোহৰত মোৰ শোৱনীকোঠাৰ বেৰত আউজী এক অচিনাকী নাৰী।

: হাঃ ? কোন ?

তেওঁ দুহাতেৰে শৰীৰৰ নীলা চাদ্ৰী আঁতৰাব খুজিলে যেন ! মই সজোৰে চিঞৰিলো- কুট্টিআম্মা !

নিমিষতে অন্তৰ্ধান হৈ গ'ল তেওঁ।

কঁপিছো তেতিয়া মই।

কোঠাটোও কঁপিছে।

বেচিনত মুখ ধুলোগৈ। পানীৰ পিলাচ মুখত দিছো, আকৌ সেই কণ্ঠ, গোলাপৰ পাপৰি সৰি পৰাৰ দৰে মৃদু কণ্ঠ-

: অকলে থাকে, মোকো অকমাণ ৰাখিব নোৱাৰেনে ?

: হাঁ ?

পাছফালে নহয়, ঠিক সোঁকাষেই তেওঁ। কপাল ঘামিছিল নেকি, কোমল

হাতেৰে যেন মোহাৰি নিলে।

ঃ ক'লৈ যাম কওক ?

মই সাহসী হৈ উঠিলো, মুৰ নুঘুৰোৱাকৈয়ে দৃষ্টি ঘুৰালো। স্পষ্ট এক নাৰী। মোতকৈ বয়সত অনেক নবীন। এতিয়া তেওঁৰ মুখত চাদ্ৰীৰ ঢাকোন নাই।

তাৰ পাছত নাই, নোহোৱা হৈ গ'ল। মই হনুমান দলিচাখন লৈ বিৰবিৰাই পঢ়ি গৈছো। ভূত। ভূতে পালে মোক। বিশ্বাস কৰিবনে কোনোবাই ? এক মুহূৰ্তও নোৰোৱাকৈ পাঠ কৰি গৈছো .. ভূত-প্ৰেত পলাই পত্ৰং দিয়ে এনে পাঠত। মজিয়াত বহি হনুমানৰ মূৰ্তিৰ সমুখত পাঠ কৰি গৈছো মই, সমুখত চাকিৰ কম্পিত শিখা, ধূপৰ উদুলি-মুদুলি ধোঁৱা।

কিন্তু ক'ত সেই ধূপৰ চিনাকী নিৰ্যাস ?

চাৰিওফালে যে নতুনকৈ অহা গোন্ধটো বিয়পি পৰিছে ?

নাচাও-নাচাওকৈ মুখেৰে বিৰবিৰণি তুলিয়ে মজিয়াত সেই নাৰী বহি আছে। মই চালিচাখন হাতত লৈয়ে তেওঁৰ ফালে ঘূৰিলো। তেওঁ আঁঠুৰ মূৰত থুঁতৰি গুজি বহি মজিয়ালৈকে চাই আছে। দুয়োগালত দুধাৰি অশ্ৰুৰ বাখৰ।

কো নেহী জানতা হে জগ মে কপি

সংকট মোচন নাম তিহাৰো ...

মুখৰ মাত হেৰাই গ'ল, তেওঁলৈকে চাই ৰৈছো ... । মোৰ মুখৰ একোণত নিঃসংগতাই বহুবছৰ পূৰ্বেই ক্ষুদ্ৰ কুঠৰী নিৰ্মাণ কৰি পেলাইছিল, সন্তানৰ বাবে অহৰহ হাহাকাৰৰ বতাহ বলে ...... । দুৰ্ঘটনাত ভগ্নীবিয়োগ ঘটিছে, তাইৰ চিতাভস্ম সেই বতাহে ইফাল-সিফালকৈ উকৱাই লৈ ফুৰে .. ।

মই অবাক হৈ নাৰীগৰাকীলৈ চাই ৰ'লো।

ঃ মোক ফাকথে গছত ওলোমাই থৈছিল .. ।

শৰীৰ শিয়ঁৰিছিলনে মোৰ সেইকথা শুনি ? কিন্তু উচ্চাৰিছিলো,

ঃ ইচ্ !

তেওঁ চকুলো মোহাৰি পাতলকৈ হাঁহিছিল।

আকৌ সেই গোলাপৰ পাপৰি সৰাৰ মৃদু শব্দ।

ঃ ফাকথ মোৰ গৃহস্থ।

মই শলাগিলো-

: ওঁ।

তেওঁ বহাৰ পৰা উঠিল। ক'লে-

: যদি আপুনি নিবিচাৰে, তেন্তে মই যামগৈ। এৰি দিব, গুচি যাম ।

: ক'লৈ ?

: নাজানো খালা।

তেওঁ চিৰিৰে নামি গুচি গ'ল।

পুৱা বেলকনিৰ পৰা দেখিলো, তেওঁ কুঁকিত তলসৰা শেৱালি বুটলিছে। আজি গাত চাদ্ৰীটো এনেই ওলমিছে। পিঠি ঢাকি ধৰিছে মুগা সুতাৰ একোচা লাহী চুলিয়ে। ওপৰলৈ মূৰ কৰি একান্তমনেৰে ফুল বুটলিছে। ঠিক মোৰ ভগ্নীৰ দৰেই মৰমলগা হৈ উঠিছে তেওঁ সেই কাননত।

ভাল লাগি গ'ল মোৰ।

কাৰণ নোহোৱাকৈয়ে ভাল লাগি গ'ল।

: পৰী !

নাই, তেওঁৰ খবৰেই নাই। সৰু ছোৱালীৰ দৰে মুখৰ আগত দুয়োহাতেৰে চুঙা সাজি ৰিঙিয়ালে-

: প-ৰী !

তেওঁ মূৰ তুলিলে আৰু এসোঁতা বতাহ হৈ, এজাক পখিলা হৈ উৰা মাৰিহে আহিল যেন ! বতাহত উৰুৱাই আহিল সৰগৰ অপ্সৰাৰ দৰেই চাদ্ৰীটো _ ।

তেওঁ শিশুৰ দৰে হাঁহিলে।

একেবাৰে মোৰ সমুখত ৰৈ।

আগবঢ়াই দিলে মোলৈ হাতৰ কুঁকি।

অৰপাছত প্ৰাতৰাশৰ সময়ত মই কুট্টিআম্মাক টিলাৰ তলৰ পাচলি বজাৰলৈ পঠিয়াই চিঞৰিলো- পৰী ! নাই, তাইৰ কোনো খবৰেই নাই। চিনি পোৱা নাই নেকি তাইৰ নতুন নামটো ? নে গ্ৰহণ কৰা নাই ? হাতৰ চামুচেৰে উৎপতীয়া শিশুৰ দৰে পিৰিছত ঠুং-ঠাং _ ঠুং-ঠাংকৈ তিনিবাৰ কোবালো। হঠাৎ মোৰ গালত এক স্নেহচুম্বন।

হঠাৎ এক খিলখিল হাঁহিৰ জলতৰংগ।

: খালা. ইমান মৰম লাগিছে, এনেকৈ থাকিবনা সদায়। কুট্টিআম্মা থাকিলেও এনেকৈ কোবাব, য'তে-ত'তে। মই পাই যামহি।

: ওঁ। তাৰপাছত কুট্টিআম্মা পৰক বেছচ হৈ, নহয়নে ?

: মুঠেও নহয়। কোনোবাই দেখিব নেকি মোক ? মই দেখা নিদিলে কাৰো সাধ্য নাই।

: হুম্ ।

: কিয় মাতিছিল কওক !

: বহা। আমি ব্ৰেকফাষ্ট কৰিম। ক'ত আছিলানো ইমান সময়ে ?

ছবী। মই ব্ৰেকফাষ্ট কৰিব নোৱাৰিম খালা।

: কিয় ?

: আপোনালোকৰ দৰে মোৰ শৰীৰ নাই। শৰীৰৰ ভিতৰত ভোক নাই _ ।

: হ'ব; আৰু নালাগে ক'ব। এনেই বহা। ক'লৈ গৈছিলা ?

: পানঝিৰ উপত্যকালৈ। ফাকথে কাবুলত ভাৰাঘৰ সাজিছে তাকে চাই আহিলোগৈ।

: অ'।

: বেয়া পালে খালা ?

: ওঁহো। তুমি যোৱাটো মই গম নাপালো।

: ছবী, কৈ যাব লাগিছিল .. । ইচ্ কি মানুহ আপুনি ! ইমানবোৰ শেৱালি আনি দিলো, এপাহো নল'লে ?

: ক'ত ল'ম ?

বুকুৰ চোলাৰ ভিতৰত ভৰাব লাগে। মই ভৰাইছিলো। ফাকথৰ অত্যাচাৰবোৰ সেই ফুলে বুকুৰ ভিতৰত সোমাবলৈকে নিদিছিল। দুখ-কষ্ট আঁতৰাবলৈকে আমি নাৰীয়ে ফুলৰ অন্তৰ্বাস পিন্ধিবলৈ জানিব লাগে খালা।

: ফাকথক তুমি পাহৰা নাই ?

তাই হাঁহিলে. ঠিক ফিল্টাৰৰ পৰা টোপ টোপকৈ পানী পৰাৰ দৰে দুবাৰমান শব্দ হ'ল। চকী নটনাকৈয়ে মোৰ সমুখত বহিল। দুয়োহাতৰ আঙুলিৰ আঙুঠিবোৰ

ঘূৰাই-পকাই ৰ'ল। তাৰপাছত তাই কিবা এষাৰ ক'লে।

: কি ? - মই সুধিলো।

: পাঞ্জুভাষাত কৈছো, মিছ কৰো ফাকথক।

: তোমাক ইমান কষ্ট দিয়াৰ পাছতো।

: ওঁ।

: আচৰিত !

: কটি খাওঁক। কি কটি বনাই কুট্টিআম্মাই ? দেখাতে লেকেটা। ড্ৰাই ফ্ৰুটছবোৰ গুড়ি কৰিবলৈ ক'ব, তাতে পনীৰ, বিলাহী আৰু জলকীয়া দি কটী বনাবলৈ ক'ব । মই বনাই খুৱাম নেকি খালা ?

: ওঁ। কিন্তু তুমি ফাকথক কিয় মিছ কৰা ? চাবা, এদিন নহয় এদিন তাক চোঁচোৰামেই, ইমান কষ্ট দিলে সি তোমাক। আচৰিত ! কেনেকৈ মিছ কৰিব পাৰিছা তাক ? আচৰিত ! নে খাবলৈ পেট এটা নথকাৰ দৰে তোমাৰ মগজুও নোহোৱা হৈ গ'ল ?

তাই হাঁহিলে। মোৰ চাহৰ পিয়লাটো তাইৰ ফালে চাপি গ'ল। এপাক ঘূৰিল, তাৰপাছত আকৌ যথাস্থানত। ক'লে-

: ফাকথেই মোৰ শৰীৰৰ কাপোৰ আঁতৰাইছিল খালা। সি মোৰ জীৱনৰ এনে এক ব্যক্তি, যি সেই লজ্জাভৰণ আঁতৰাওতে মই ক্ৰোধিত হোৱা নাছিলো। অপমানিত হোৱা নাছিলো। তাক শাওপাত দিয়া নাছিলো। খুবসম্ভৱ কিজানি বাধাও দিয়া নাছিলো। বৰঞ্চ মই লাজ কৰিছিলো, আপ্লুত হৈছিলো। পুলক-শিহৰণ-স্পৰ্শ এইবোৰৰ মাহাত্ম্য উপলব্ধি কৰিছিলো। কিজানি দিনকদিনে চাদ্ৰীৰ তলতো মই গম্ভীৰ আহ্বান অথবা বিনম্ৰ আমন্ত্ৰণ হৈ উঠিছিলো _ ।

: কেৱল এইটোৱেই কাৰণ ?

: ওঁ। সি আৰু কিমানৰ চাদ্ৰী উদঙাইছিল, সেইকথা কিয় লাগে ? কিন্তু সিয়েই মোক প্ৰথমবাৰৰ বাবে সেই উপলব্ধি প্ৰদান কৰিছিল, সেইটোহে ডাঙৰ কথা।

: পৰী !

: হুঁ ?

: কথাটো কিবা বৰ বেছি আবেগিক নহয়নে ? জীৱনত প্ৰত্যেক নাৰীৰ

ক্ষেত্ৰতে তেনে ঘটে।

ঃ ঘটিবও পাৰে, নঘটিবও পাৰে। সৰহসংখ্যকৰে ফুলশয্যা হয়, কিছুমান চৰিত্ৰহীনৰ হাততো পৰে।

ঃ তথাপি ।

ঃ একো তথাপি নাই খালা । মোৰ জীৱনত যি ঘটিছিল, সেই ঘটনাৰ প্ৰতি আজিও কৃতজ্ঞ মই। স্মৰণ কৰো সদায় ফাকুথক। আজি মোৰ শৰীৰ নাই। কিন্তু এসময়ত আছিল। আৰু সেই শৰীৰৰ অবুজ-সুপ্ত আবেদনক যাদুৰ কাঠীৰে সিয়েইতো চুইছিল । এতিয়াও যদি সি মোক মৰমেৰে এবাৰ স্মৰণকে কৰিলেহেঁতেন !

মই নিৰৱে ৰ'লো।

দুপৰীয়া বিশ্ৰামৰ সময়ত মোৰ চুলিৰ নৈত পুনৰ আঙুলিৰে বলংনা তৈয়াৰ কৰি গ'ল। সুধিলে-

ঃ আগতে কি কৰিছিলা, মই অহাৰ আগতে ?

ঃ টি-ভি, কিতাপ। তুমিনো আহিলা কেনেকৈ ?

ঃ সেইটোতো নাজানো। গছত ওলমি আছিলো, হঠাৎ দেখো বতাহে উৰুৱাই আনিছে ।

ঃ তুমি আৰু কেইদিনমান থাকিব পাৰিবা। মোৰ স্বামী বিদেশলৈ গৈছে। ছয়সপ্তাহৰ পাছত আহিব।

ঃ তাৰপাছত পঠিযাই দিব মোক ?

ঃ শোৱাহি আহা, মোৰ কাষতে।

তাই শয্যা গ্ৰহণ কৰিযেই ক'লে-

ঃ আপুনি মাক হোৱা হ'লে ।

মোৰ মন মৰি গ'ল।

হঠাৎ তাই হাঁহি দিলে। জিৰ্‌জিৰকৈ কৃষ্ণচূড়াৰ পাপৰি কিছুমান সিঁচৰতি হৈ পৰিল যেন । ক'লে

ঃ ময়ে কেঁচুৱা হৈ থাকো নেকি ? ভূত, বাচ্ছাভূত।

মোৰ বুকুৰ মাজত অকণমানি কুঠৰী এটা আছিলেই, ব্যাকুলতাৰ সৃষ্টি হ'ল

তাত। অস্ফুট মাতেৰে ক'লো-

ঃ চুব পৰাহেঁতেন তোমাক !

ঃ মৰম কৰিলেহেঁতেন ?

মই হুমুনিয়াহ এৰিলো। চকুযুৰি মুদি দিলো। নিগৰিব'লে তপত অশ্রু।

কিন্তু তাই সেয়া মোহাৰি নিদিলে। চকু মুদি আছো _ ।

_ খুব অস্পষ্টভাৱে হ'লেও অনুভব কৰিলো মোৰ বুকুত কুছি-মুছি অকণমানি, নিচেই কণমানি মানৱ শৰীৰ এটিয়ে আশ্রয় বিচাৰিছেহি। বিচাৰিছে মমতা, উম আৰু নিৰাপত্তা।

আৰু এধাৰি অশ্রু বাগৰিল।

চকু তেতিয়াও বন্ধ।

মেলিবলৈকে ভয়। জানোচা সকলো নোহোৱা হৈ যায়। মানব শিৰত ওঁঠ থৈ ফুচফুচালো-

ঃ সদায় থাকিবা সোণ ? এইদৰে ?

শিশুটিযে মোৰ বুকুত যেন অমৃতৰ সন্ধান আৰম্ভ কৰি দিলে

এক অবিশ্বাস্য কাণ্ড।

অবিশ্বাস্য।

একেবাৰে অবিশ্বাস্য।

যেতিয়াই মই শোও, হৈ উঠো মাতৃ।

হয়, সঁচা-সঁচি মাতৃ।

বাকী সময়খিনিত ভগ্নীৰ চিতাভস্মৰ পৰাই পৰী মোৰ কাষলৈ উঠি আহে। আমি কথাপাতি আনন্দৰে কটাও। দিনকদিনে আমাৰ পৰা আঁতৰলৈ গৈ থাকে কুন্তীআম্মা, আৰু তেওঁৰ পৰা তাই হৈ কাষ চাপি চাপি আহি থাকে পৰী। কেৱল পৰী।

অবশেষত বিশেষ দিনটো পালেহি। মোৰ স্বামী আহি পোৱাৰ দিন। পুৱাতেই বুকুৰ মাজত শেৱালি ভৰাই মই পৰীক ক'লো-

ঃ এতিয়া কি হ'ব ?

ঃ একো নহয়। গছত থকাৰ অভ্যাস আছে মোৰ। আগতো বহুত কঠত আছিলো, ওলমি আছিলো। ইয়াত বৈ থাকিলেইতো হ'ল।

চাংকৈ মোৰ বিশেষ ক্ষণটোলৈ মনত পৰিল। ইচ্ কেনেকৈ চাদ্রীৰ আগ ডাণ্ডি সৌ গছৰ তলৰ পৰা চাইছিল মোলৈ ! কেনেকৈ এধানি আশ্রয়ৰ আশাত ছয়ামহাকৈ বৈছিলহি চিৰিৰ তলৰ সমতলত !

স্বতস্ফূর্তভাৱে মুখেৰে ওলাল মোৰ-

ঃ ধেৎ নালাগে।

দীঘল চেঁৰেৰ মাজত মোটোকাই দিয়াৰ দৰে মৃদু শব্দ এটা হ'ল। তাই মোৰ সমুখত আঁঠুকাঢ়ি বহিল। আকুলতাৰে সুধিলে-

ঃ মোক এৰি দিব থালা ?

বুকুখনত কিবাকিবি কিছুমানে দৌৰা-ঢপৰা কৰা যেন লাগি গ'ল। মনে মনে বহি ৰ'লো। অৱশ্যে মনলৈ এনে ভাব আহিছিল যে কেতিয়া, কোনটো মুহূর্ততনো বান্ধিলো তাইক ? চিঞৰিলো- কুট্টিআম্মা !

কিছু পলমকৈ হ'লেও বুঢ়ী ওলালহি। চিধাই সুধিলো-

ঃ ভুত কেনেকৈ খেদে ?

ঃ বেজ, মন্ত্র ... ।

ঃ আৰু ?

ঃ সৰিয়হ ... ।

ঃ গুড়, সৰিয়হ। যোৱা, এনেই সুধি চালো তোমাক। যোৱা। আঁঠুকাঢ়ি বহি থকা পৰীলৈ চাই ভ্রূ নচুৱাই হাঁহিলো। তাই শব্দ নকৰাকৈ কিবা ক'লে। মই সুধিলো কি ? তাই কৈয়েই গ'ল ... কৈয়েই গ'ল ... ।

ঃ আহ্ ! গান গাইছা নেকি পৰী ?

আই মূৰ দুপিয়ালে। মই ধৰিলো-

ঃ কি গান ? ডাঙৰকৈ গোৱা। গোৱানা- ।

ঃ ... মেৰে য়ে গীত য়াদ ৰাখনা, কভী অলবিদা না কেহেনা। মোৰ দৃষ্টি দূৰ দিগন্তলৈ গৈ থাকিল ... গৈয়ে থাকিল ... । স্বচ্ছ জলস্রোতৰ দৰে গীতটি বাজি বাজি কেনিবাদি উৰি যাব ধৰিছিল ... বুজিলো আঁঠুকাঢ়ি থকাৰ পৰা পৰী অস্পৰাৰ দৰে চাদ্রী উকৰাই উৰি গৈছে ... ।

মোৰ বুকুৰ ওপৰেৰে কাৰ দপ্‌দপনি ?
এজাক যেন বগ্‌ৰা ঘোঁৰা _ ।

বহুসময় চকীত ভৰি তুলি, আঁঠুত মূৰ গুজি বহি থাকিলো। দুখেৰে ভৰি পৰিছে মোৰ ভিতৰখন, বুকুত শেৱালিৰ বৰ্ম থকাৰ পাহুতো।

স্বামী পালেহি। নাই, তাইৰ সাক্ষাৎ নাই তাৰো বহু আগৰেপৰাই সাক্ষাৎ নাই তাইৰ।

তথাপি মই মানুহ। ঘড়ীৰ কাঁটাৰ সতে ঘূৰিব জনা, সুখ-দুখৰ চোলা সলাব জনা, অভিনয় কৰোঁতে কৰোঁতে সত্যত উজ্জ্বলি উঠা মানুহ।

স্বামীৰ আগমন ঘটিল আৰু মোৰ ইমানদিনৰ পূৰ্ণতা পৰী ক্ৰমশঃ এক কল্পকাহিনীলৈ পৰ্যবসিত হৈ গৈ থাকিল যেন !

অথচ বুকুত বগোন্মাদ ঘোঁৰাৰ দপ্‌দপনি।

______ আৰু এয়া স্বামীৰ কাবৰ পৰা উঠি আহি দেখিছো টিলালৈ উঠি অহা বাটৰ কাষৰ গছৰ তলত নিঃস্বজনৰ দৰে বৈ আছে চাদ্রী পিন্ধা পৰী। কাবুলৰ পৰা আহিছে আই, অতিথিপৰায়ণতাত সৰ্বস্ব ত্যাগ কৰিব পৰা মানুহৰ দেশ কাবুল, তাৰে পৰা আহিছে আই _ ।

হাতবাউল দিম যেন !

মুখত হাতৰ চুঙা বনাই ৰিঙিয়াই মাতিম যেন !

কিন্তু ভিতৰলৈ উভতি শুই পৰিলোহি।

বতাহৰ বেগ বাঢ়িছে, আঁখে ফুটাব দৰে বৰষুণো পৰিছে। পাহুফালৰ পৰা স্বামীক আঁকোৱালি ধৰিলো। বুকুৰ ভিতৰৰ সেই ক্ষুদ্ৰ কুঠৰী পুনৰ শূন্য হ'ব ধৰিছে, আজি কেইদিনমানৰ পৰাই যেন এনে অনুভৱ। হয়, স্বামীৰ আগমণৰ বতৰা পোৱাৰ দিন ধৰি _ ভাল নলগা ধোঁৱা-ধোঁৱা পৰিবেশ যেন !

পুৱাৰ পোহৰ নহওঁতেই পুনৰ বেলকনিত। হয়, সৌৱা, সৌজনী পৰী, এতিয়াও গছৰ তলত। আজি চাদ্রীৰে ঢকা তাইৰ মুখ। তথাপি চকুৰ অংশত থকা জালিৰে নিশ্চয় আই মোক দেখিছে। এৰা, নিশ্চয়কৈ।

আই বৈ আছে।

আহ্ ! সৌৰা, সৌৰা কি ? চাদ্ৰীৰ বাহিৰত ওলোমাই ধৰি থকা নাইনে তাই শেৱালিৰ কুঁকিটো ?

*দুয়ো নয়ন ভৰি আহিল মোৰ। ফাকুথক তাই যি মৰ্যাদা প্ৰদান কৰিছে, মই মোৰ স্বামীক সেই দৃষ্টিভংগীৰে চাইছোনে কেতিয়াবা ? স্বামী-স্ত্ৰীৰ মাজৰ নিতান্তই* সাধাৰণ কথা বুলিয়েইতো সেয়া গ্ৰহণ কৰিছো। ... ইমান আবেগ তাইৰ !

অথচ তাই হৃদয়হীন, শৰীৰহীন ... আত্মাহীন ... ।

চকু মেলিলো। এইবাৰ তাই আঁঠুকাঢ়ি আছে। বৰ দুখ লাগিল মোৰ।

'তই একো দোষ কৰা নাই পৰী !'

দুয়োহাত মেলি দিলো ... ।

তাই উৰা মাৰি আহিল। কিন্তু কুঁকিটো আগবঢ়াই দ্বিধাগ্ৰস্ততাৰে বৈ গ'ল।

মই হাত আগবঢ়াই দিলো। জানো, ফাকুথৰ সেই সহজাত পৌৰুষ কৰ্মকে ইমান উচ্চ মৰ্যাদা দিয়া ছোৱালীজনীয়ে মোক আন্তৰিক মৰম-ভালপোৱাৰ কি উচ্চ আসনত ৰাখিছে ইতিমধ্যেই ! হয়, মই জানো। অনুমান কৰোঁ সেয়া।

পানীৰ মাজেৰেহে যেন হাতখন আগুৱাই গ'ল মোৰ। তাইৰ চাদ্ৰীৰ অগ্ৰাংশ দাঙি দিলো।

ঃ আহ্ সোণ !

মোৰ মমত্ব উথলি উঠিল, অধোনত মুখ তাইৰ, শিশুৰ দৰে নিৰুপায়-অসহায় মুখ।

ঃ আহ্।

মই দুয়োহাত প্ৰসাৰিত কৰি আকৌ মাতিলো, গুটি গুটি খিচখিচীয়া তাই।

আঁকোৱালি ধৰি থকাৰ মাজতে সুধিলো-

ঃ গুটি গুটি কিয় ?

ঃ সৰিয়হৰ বস্তাত সোমাইছিলোগৈ, তথাপি বান্ধোন নুখুলিল।

ঃ ওঁহো, নালাগে, নক'বি আৰু ... একো কথাই নক'বি ... তই ইয়াতে থাকিবি ... মোৰ লগত ...।

তাই চাৎকৈ আঁতৰি গ'ল। পেপাৰ নেপকিন ভাঁজ কৰাৰ দৰে শব্দৰে ফুচফুচালে-

: সেয়া, তেওঁ শোবাৰ পৰা উঠিল। ফটকৈ কওক খালা, বেছি সময় নাই আৰু, ফটকৈ কওক ।

: কি ?

: আপুনি কুকুৰ-মেকুৰীৰ কি ভাল পায় ? ফটকৈ কওক।

: মেকুৰী।

: মি-য়া-ও !

বেলকনিৰ ৰেলিঙত উপজিল ডাবৰ-শুভ্ৰ কণমাণি মেকুৰী এটা।

মোৰ বুকুৰে চেকুঁৰিবলৈ সাজু হোৱা ঘোঁৱাই চেঁহনিৰে ওপৰলৈ জপিয়াই উঠিল।

জপিয়াই পৰাৰ দৰে আকোৱালি ললোঁগে মেকুৰী পোৱালিটো।

মুখত টুথব্ৰাছ লৈ স্বামীৰ প্ৰবেশ। চঞ্চল-চপল মই। ক'লো-

: চোৱানা, কিমান মৰমলগা। নতুনকৈ পুহিছো মই।

: ওঁ।

: নাম কি জানা ? পৰী।

: ওঁ

: কি ওঁ-ওঁ কৰি আছা ? কিবা এটাতো কোৱা !

: ওঁ, মেকুৰীবোৰ কিন্তু ভূতৰে ৰূপ দেই, পাবা মছলা কেতিয়াবা।

: হাস্ ! এতিয়াতো কোঁৱা ভূত বিশ্বাস কৰোঁ বুলি।

: ঈশ্বৰকহে কৰোঁ।

: খোৱা, তোমাৰ ঈশ্বৰে কেতিয়াবা বেলেগ বেলেগ ৰূপ ধৰি ঘূৰি ফুৰা বুলি বিশ্বাস কৰা জানো ?

: নকৰো। কিয় কৰিম ? ঈশ্বৰ আৰু ভূত সম্পূৰ্ণ পৃথক।

: তথাপিটো ৰহস্যৰ সূতাৰে বন্ধা।

: ওঁ। সেইটো অৱশ্যে হয়।

■ প্ৰান্তিক, ১ অক্টোবৰ, ২০০৬



## ❐ প্ৰদাহ ❐

শাৰীৰ খোলত চৈধ্য বছৰীয়া ছোৱালীজনীক লৈ মাধৱীলতা আগ বাৰান্দাত মূঢ়া পাতি বহি আছিল। দুশ কিলোমিটাৰ দূৰৈত চাকৰি কৰা ঘৰৰ মানুহটো আজি অহাৰ কথা। হয়, সপ্তাহৰ প্ৰতিটো শনিবাৰে আহি সি সোমবাৰে পুৱাতেই কৰ্মস্থলীলৈ উভতি যায়গৈ। ছোৱালীজনীক কোলাৰ পৰা জোৰকৈ নমাই এইবাৰ তাই বহাৰ পৰা উঠি ভিতৰৰ দেৱাল ঘড়ীটোৰ কাটা দুডাল ভালদৰে চালেগৈ। শেষৰ বাছখন আহি পোৱাৰ সময় কাহানিবাই উকলি গৈছে।

তাৰমানে মানুহটো এইটো সপ্তাহতো নাহিল। সন্ধ্যা নামি আহিছিল। ছোৱালীজনীক চাগৈ ম'হে বেৰি ধৰিছে।মাধৱীলতা খৰখৰকৈ বাৰাণ্ডা পালেগৈ। থমথমকৰে পকাতে লেপেটা কাঢ়ি বহি থকা ছোৱালীজনীক কোনোমতে বুটলি কোলাত তুলি তাই ভিতৰলৈ সোমাই আহিল। দিনকদিনে ছোৱালীজনীৰ ওজন বাঢ়ি গৈছে, অহৰহ দণ্ডা-পৰা কৰিবলৈ মাধৱীলতাৰ আজিকালি কষ্ট হয়। তাইৰ নিজৰো বয়স হৈ আহিছে। এজনী চৈধ্যবছৰীয়া ছোৱালীৰ মাকৰ সাধাৰণতে যিমান বয়স হ'ব পাৰে, মাধৱীলতাৰ বয়স তাতকৈ অনেকগুণে বেছি। পলমকৈ বিয়াত বহিছিল তাই, পলমকৈ সন্তান ধাৰণ কৰিছিল। তথাপি দেখাত সকলো ঠিকে-থাকে থকাৰ পিছটো লাহে লাহে স্বামী-স্ত্ৰী দুয়ো বিমৰ্ষভাৱে অথচ ভালদৰে বুজি উঠিছিল যে সিহঁতৰ বৈবাহিক জীৱনলৈ আশীৰ্বাদৰূপে এক গধুৰ দায়িত্বহে নামি আহিছে। হয়, ছোৱালীজনীয়ে অপৰিপক্ক ৰূপত জন্ম লভিছিল। কাণেৰে কম শুনে, কথা নুফুটে, খোজকঢ়াটো দূৰৈৰে কথা লৰিচৰিকে ফুৰিব নোৱাৰে। তথাপি প্ৰচণ্ড আশা আছিল মাধৱীলতাৰ, ছোৱালীজনী এবাৰ উবুৰি হোৱা দেখিবলৈ পাব, আঁঠুকঢ়া, থিয়দণ্ডা দিয়া, আনকি ফুটা-নুফুটা মাতেৰে তাইক মা বুলি মতাও শুনিবলৈ পাব। কিন্তু সব আশাতে বৈ গৈছিল। কেৱল আহাৰ চোবোৱাৰ বাবে জিভাৰ সঞ্চালন আৰু মাকৰ মুখলৈ চাবলৈকে তাই চকুযুৰি লৰচৰ কৰিছিল। বৰ কষ্ট হয় মাধৱীলতাৰ। দুবছৰৰ আগতে ছোৱালীজনীয়ে কন্যাকালো পালে। দিনকদিনে আহকাল বাঢ়ি আহিছে, দিনকদিনে। তথাপি গিৰিয়েকৰ সৌম্য মুখখনলৈ চাই এই

সকলোবোৰ সহে তাই। ঘৰুৱা দায়িত্ব পালন কৰি কৰি একপ্ৰকাৰ কুঁজা হৈ পৰা মানুহটোৱে বিয়াৰ বয়স একেবাৰে উকলি যোৱাৰ পিছতহে বিয়াত বহিব পাৰিছিল। সেয়েনেকি নব-দম্পতিৰ মাজত সাধাৰণতে উদ্ভূত হোৱা মান-অভিমান এইবোৰ একেবাৰেই স্থান পোৱা নাছিল সিহঁতৰ মাজত। কেৱল আছিল পৰস্পৰৰ প্ৰতি বিনম্ৰ আকৰ্ষণ আৰু দায়িত্বশীলতা। চহৰৰ এচুকত মাটি এডোখৰ কাহানিবাই কিনি থোৱা আছিল। দুকোঠলীয়া ঘৰ এটি সাজি কেইমাহমান থকাৰ পিছতে মানুহটোৰ বদলিৰ নিৰ্দেশ আহিছিল। যেৰেকা কোলাত লোদোৰ-পোদোৰ ছোৱালীজনী কোনোমতে ধৰি মাধৱীলতাই কৈ উঠিছিল-

: মইনাক লৈ মই থাকিয়েই যাওঁ দিয়া ইয়াতে। তেহে যদি ঘৰটো সম্পূৰ্ণ হয়গৈ

: কেনেকৈ থাকিবা ? পাৰিবা জানো ?

: পাৰিব লাগিব। নহ'লে ঘৰ নহ'বগৈ আৰু। তোমাৰো চাকৰি শেষ হ'বলৈ কিমানদিননো আছে ?

: ইমান অকলে ?

: ইঃ অকলে কিয় থাকিম ? গাঁৱৰ পৰা বাবুলক আনি ল'ম। ইয়াৰ কলেজতে পঢ়িব সি _ !

: আৰু মাইচানা ?

: মাইচানাকো আনিব লাগিব। অয়ো মেট্ৰিকত ভাল ৰিজাল্টেই দেখুৱাব _ ।

প্ৰথমে ঘৰখনলৈ মানুহটোৰ কলেজত পঢ়ি থকা ভতিজাক বাবুল আহিল। তাৰ এমাহৰ পিছত মাইচানা। বাবুলৰে ভনীয়েক। স্বস্তিৰ নিশ্বাস পেলাই মানুহটো চাকৰিৰ নেজত ধৰি দুশ কিলোমিটাৰ দূৰলৈ ঢপলিয়াই গুচি গৈছিল। আৰু যেৰেকা কোলাত লৈ ফুৰা ছোৱালীজনী ভতিজাকহঁতৰ ওচৰত বহুৱাই থৈ নিশ্চিন্ত মনেৰে মাধৱীলতাই গৃহ নিৰ্মাণৰ কাম তদাৰক কৰি গ'ল। এটা দীঘল কৰিড'ৰৰ সিফালে আৰু দুটা ডাঙৰ ডাঙৰ কোঠা প্ৰস্তুত হৈ উঠিল। মাধৱীলতাই গিৰিয়েকৰ সৈতে কথা পাতিলে। বাবুলৰ সৈতেও কথা পাতিলে। শেষত, ভালদৰে চাই মেলি সিহঁতে ডাঙৰ কোঠা দুটা কলেজীয়া ল'ৰা তিনিটাক ভাড়াত থাকিবলৈ দি দিলে। তিনিওটা ল'ৰাই ভাল। লাজুক, বিনম্ৰ। বাবুলৰ দৰেই আইক খুৰীদেউ বুলি মাতে, সন্মান কৰে,

সহায়ো কৰো। প্ৰথম প্ৰথম মাধৱীলতা অকমান সাৱধান হ'বলগা হৈছিল মাইচানাৰ বাবে। কিন্তু ল'ৰাকেইটা প্ৰকৃততে ভাল। হোষ্টেলত ছিট পোৱাৰ উপযুক্ততা নাথাকিলেও মাধৱীলতাৰ ঘৰৰ একোণত বেছ নিৰাপত্তাবোধেৰে- ঘৰুৱাভাৱেৰেই থাকিবলৈ ল'লে সিহঁতে। মাইচানা পঢ়াত ভাল। খুৰীয়েকৰ বিছনাৰ কাষতে পাতি লোৱা টেবুলত অহৰহ মূৰ গুজি থাকে তাই। মাজে মাজে খুৰীয়েকৰ লাচনি-পাচনি কৰাৰ উপৰিও তাই মাইনাকো খুৱাই-বুৱাই ধেমালি কৰি তাইক স্ফূৰ্তিত ৰাখে। মুঠতে এখন সাৱলীল গতি সংসাৰ ... ।

কিন্তু আউল লাগিবলৈ কিমান পৰ ? বাৰান্দাৰ পৰা ছোৱালীজনী দাঙি মাধৱীলতা ভিতৰ সোমাইছিলহিহে, হঠাৎ বাজি উঠিল, ফোনটো। তাই ছোৱালীজনী বিছনাতে বহুৱাই থৈ ফোনটো দাঙি ধৰিলেগৈ ... । সিমূৰৰ পৰা যিটো মাত ভাঁহি আহিল, তাই প্ৰথম শুনিলে। কেৱল মাতটোৱেই অনাকাংক্ষিত নাছিল, মাতটোৱে ঠেলি পঠিওৱা খবৰটো আছিল তাতোকৈ বেছি অনাকাংক্ষিত। থৰ্‌থৰকৈ কঁপিবলৈ ধৰিলে মাধৱীলতা। আজি দুদিনমান হৈছে মাইচানা গাঁৱলৈ যোৱা। ই ক'ত, বাবুল ? তাই চিঞৰিবলৈ ধৰিলে। কৰিড'ৰৰ সিফালৰ কোঠা দুটাত কথাৰ আখৈ ফুটাই থকা বাবুল উধাতু খাই পিছদুৱাৰেদি খুৰীয়েকৰ ওচৰ পালেহি।

ঃ কি হৈছে খুৰীদেউ ? কি হৈছে ?

ঃ এক্সিডেণ্ট ঔ, খুৰাৰৰ এক্সিডেণ্ট হৈছে। লাষ্ট বাছখন বে'লগেটৰ ওচৰত গুড়া হৈ পৰি আছে ... ।

ঃ খুৰাদেউ ক'ত, খুৰাদেউ ?

ঃ অ' মই নাজানো ঐ, থানাৰ পৰা ফোন কৰিছিল ... ।

ঃ কি কৰিছিল, নকয় কিয় ?

ঃ ব'ল ব'ল, ওলা মোৰ লগত ... ।

ঃ ক'লৈ যাব খুৰীদেউ আপুনি ? আমি যাওঁ ৰ'ব থানালৈ ... ।

ঃ নহয় নহয় ময়ো যাম, থানাতে পাওঁগৈনে হাস্পতালতে পাওঁগৈ ... বাবুলৰ পাছে পাছে কোঠাত আন তিনিটা ল'ৰাও উধাতু খাই সোমাইছিলহি। মাধৱীলতাই অৱে বিশ্ব বোলাটোক লগত ল'লে। কান্দি কান্দি বাবুলক কৈ থৈ গ'ল- মাইনাক চাবি অ' বাবুল। পানী-দুনি এটুপি দিবি অইক।

ঘৰখনলৈ মুহূৰ্ততে শ্মশানশূন্য নীৰৱতা নামি আহিল ... । কেৱল বিছনাৰ

এচুকৰ এসোপামান পাকত আউজি মাইনাই চকু দুটাৰে টলটলকৈ সকলোবোৰ চাই ৰ'ল। থানাৰ পৰা মুহূৰ্ত্ততে অচৈ এখনত উঠি মাধৱীলতা চিভিল হাস্পতাল পালেগৈ। ইমাৰজেন্সী ৱাৰ্ড'ত গোটেইখন হুৰাদুৰা কাণ্ড। মানুহ ফালি ফালি মাধৱীলতাই তাইৰ মানুহটোক বিচাৰি ফুৰিলে। তেনেতে বিশ্বই ক'লেহি তাইক- খুৰাদেউক ভিতৰলৈ নিছে _ অজ্ঞান হৈ আছে _ ।

: কি হৈছে, কি হৈছে তেওঁৰ ?

: মূৰত জখম হৈছে _ বাকী সব ঠিকে আছে _ আমি এতিয়াই দেখা নাপাম _।

সেইখন হুৰা-দুৰা, তেজ আৰু ঔষধৰ বিশ্ৰী গোন্ধৰ মাজতে পৰম উৎকণ্ঠাৰে মাধৱীলতাই সময় গণিবলৈ ধৰিলে _ ।

নিশা ন'বজাতহে হঠাৎ তাইৰ হুচ আহিল। ওচৰৰে পি চি অ' এটাৰ পৰা ঘৰলৈ ফোন কৰিলে। ঠিকে আছে, সব-ঠিকে আছে। খিচিৰি অকমাণ ৰান্ধি বাবুলে মাইনাক খুৱাই আছিল। কথাৰ মাজতে মাধৱীলতাই আঁচলেৰে চকু দুটাও মোহাৰি ল'লে। আৰু প্ৰয়োজনীয়খিনি পতাৰ শেষত বাবুলক ক'লে তাই-

: মাইনাৰ শোৱা ঠাইখিনিৰ অইলক্লথখন টানিটুনি দিবি। বিছনাতে প্ৰস্ৰাৱ কৰিলেও কৰক দে আজি। মই খুৰাৰৰ মুখখন চায়ে ঘৰলৈ যামগৈ। তই ৰেডি হৈ থাকিবি। ইহঁতদুটা আছেনে ? দুৱাৰবোৰ মাৰি থ'বি আৰু ফোন আহিলেই ধৰিবি।

সেইনিশা বাৰ বাজি যোৱাৰ পিছত মূৰত বগা বেণ্ডেজ বন্ধা মানুহটোৰ মুখখন অকমান দূৰৈৰ পৰা দেখা পালে তাই। চেতনা আহিলনে নাই ? অই বাৰে বাৰে ডাক্তৰ নাৰ্ছক সুধি গ'ল। বিশ্বকো সুধিলে অনেকবাৰ। _ কিন্তু পৰিষ্কাৰ উত্তৰ কাৰো পৰা পোৱা নগ'ল। এখোজ দুখোজকৈ মানুহৰ ভিৰ ফালি বাহিৰলৈ ওলাই আহি মাধৱীলতাই বৰ দুৰ্বল কণ্ঠেৰে কৈ উঠিল-

: বিশ্ব অ' মোক ঘৰত থৈ আহ _।

কান্দিলেনে মাধৱীলতাই ? ধূপ-দীপেৰে পোহৰাই তুলিলেনে থাপনা ? ওঁহো, যন্ত্ৰবৎ আহি তাই চৌপনিত লাডু হৈ শুই থকা ছোৱালীজনীৰ কাষতে এনেয়ে বাগৰি পৰি থাকিল। হাত ভৰি শিল হেন চেঁচা হৈ পৰিছিল তাইৰ। বিশ্বৰ সৈতে বাবুল হাস্পতাললৈ ওলাই গৈছিল, বাকী দুটা ল'ৰাৰ কোনোবা এটাই মিঠাতেল সানি গ'ল তাইৰ ভৰিৰ চেঁচা তলুৱাদুখনত। পাছদিনা গাঁৱৰ পৰা মাইচানা আৰু

আইৰ মাক আহি পোৱাত তেওঁলোকৰ ওচৰত মাইনাক নিশ্চিন্তে এৰি মাধৱীলতাই হাস্পতাললৈ ঢাপলি মেলিলে। হয় হয়, চেতনা ঘূৰাই পাইছে তাইৰ মানুহটোৱে। কিন্তু ট্ৰিটমেণ্ট কিছু দীঘলীয়া হ'ব। হওঁক মাধৱীলতাই ভাবিলে দৰ্কাৰ হ'লে বাহিৰলৈকো লৈ যাম। কেৱল মানুহটো সুস্থ হৈ উঠক। তাইৰ সেই প্ৰাৰ্থনা অদৃশ্যজনে যেন ৰব ভালকৈয়ে শুনিবলৈ পালে।

এদিন দুদিনকৈ প্ৰায় আঢ়ৈ মাহেই হৈ গ'ল মানুহটো হাস্পতালত থকা। দেখাত মূৰৰ আঘাত শুকাই আহিছিল কিন্তু ভিতৰৰ লাওখোলাৰ খুলি পৰা কন্তা, তেতিয়াও খাপে খাপে খাপখাব পৰা অৱস্থা আহি পৰা নাছিল। ঘৰটোৰ বাহিৰৰ ফালটোত তেতিয়াও চিমেণ্টৰ মসৃণ প্লাষ্টাৰ পৰা নাছিল। কুঁৱাটোৰ পৰা পানী টানিবলৈ ফিটিং কৰা হোৱা নাছিল পানী উঠোৱা পাম্প অথবা ঘৰৰ মুখচৰ সমান ওখকৈ বহওৱা হোৱা নাছিল প্লাষ্টিক বা কংক্ৰীটৰ চৌকবাচাও। কিন্তু এই কামবোৰৰ বাবে হিচাপৰ ধন সাঁচি ৰখা হৈছিল। সপ্তাহে সপ্তাহে মাধৱীলতা বেংকলৈ দৌৰি থাকিল। প্ৰত্যেক বাৰে হাতত উইড্ৰ'ফৰ্ম লৈ বেংকৰ টকাৰে ভেনিটী বেগ ওপচাই পুনৰ দৌৰ মাৰে হাস্পতাললৈ ... । মাইচানাৰ মাক গাঁৱলৈ ঘূৰি গৈছিল। আগৰদৰে সকলোবোৰ চিজিল হৈ আহিব ধৰিছিল ...। কিন্তু তেনেতে এদিন হঠাত টং কৰিলে মাধৱীলতাই, মাইনাৰ মাহেকীয়াৰ লেঠা আই দুবাৰো সাময়া নাই। কেলেণ্ডাৰলৈ উভতি চালে তাই। পূৰণ চিন দি যোৱা তাৰিখ এটা এইটো মাহতে পাৰ হৈ গ'ল। তাই জীয়েকৰ মুখলৈ আথেবেথে চালে।

ঃ গা বেয়া নেকি সোণ তোৰ ? পেটৰ কামোৰ হৈ আছে ? গেথেলা-গেথেল লাগিছে গাটো ?

তাৰ পাছত তাই জীয়েকৰ কপালৰ চুলিকেইডাল পৰিপাটী কৰি স্বগতোক্তি কৰি গ'ল-

ঃ কিনো বেমাৰডাল আঁজুৰিছ তয়ো ? এনেই দেউতাৰৰ লগত আধামৰা হৈছো ! এই মাইচানাজনীৰ পৰাই আহিল তেওঁলৈকো বেমাৰটো। আগতে কিমান বেঙুলাৰ আছিলি তই। ভাল হৈ যাবি ৰ'। অশোকাৰিষ্ট তিনিবটল খালেই ভাল হৈ যাবি ... ।

অশোকাৰিষ্ট আজি আনিম কালি আনিম কৈ থাকোঁতেই ছোৱালীজনীৰ অকচি আৰু প্ৰায় সদায় বমি হ'বলৈ ধৰাত জীয়েকক অটোত তুলি মাধৱীলতা ডাক্তৰৰ চেম্বাৰ পালেগৈ। ডাক্তৰে যাৱতীয় পৰীক্ষাৰ অন্তত বিছনাতে ছোৱালীজনীক এৰি টেবুলৰ সন্মুখত মাধৱীলতাক বহুৱাই বহুতো প্ৰশ্ন কৰিবলৈ

লাগি গ'ল। ইটোতকৈ সিটো প্ৰশ্ন আছিল অনেক ধাৰাল আৰু ভয়ঙ্কৰ। মাধৱীলতাৰ মস্তিষ্কৰ ভিতৰৰ আটাইবোৰ নিয়ন্ত্ৰণময় চকৰি চক্ৰাকাৰে ঘূৰিবলৈ ধৰিলে। শেষত ডাক্তৰে নিৰ্মম আখৰেৰে লিখি দিলে প্ৰেগনেন্সি টেষ্টৰ কথা। টেষ্টত পজিটিভ উত্তৰ পোৱা গ'ল।

ঠিক যিডোখৰ ঠাইত লাষ্ট বাছখন ৰ'লে খুণ্ডিয়াই গুৰা কৰি দিছিল, সেইখিনিৰ পৰাই এচাটি ঘূৰ্ণী বতাহ ঘূৰি ঘূৰি ওপৰলৈ উঠিল। প্ৰথমে, অৰ আকৃতি আধলিটোমান আছিল, থানাৰ পৰা মাধৱীলতাৰ ঘৰলৈ সূতা এডাল হৈ বতাহ ছাটি যোনৰ মাজেৰে বৈ গৈছিল _। তাৰ পাছত সি পুনৰ গোলাকৃতি ৰূপ ধৰি ক্ৰমশঃ ডাঙৰ হৈ মাধৱীলতাৰ মানুহটোৰ মূৰত উঠি বহিল। সকলোৱে ভাবিছিল ঘূৰ্ণীছাটি মানুহটোৰ মূৰতে গলি গলি এদিন নিঃশেষ হৈ যাব। নাই নাই, কোনেও ভবা নাছিল যে সি কি চয়তানী ৰূপ ধৰি এই নিমাখিত ছোৱালীজনীক অদৃশ্য গোবেৰে এনেকৈ ধাৰাশায়ী কৰি পেলাব।

প্ৰেগনেন্সি টেষ্টৰ ৰিপৰ্ট'টো চাই চায়ে প্ৰথমদিনা মাধৱীলতা শিল হৈ বাগৰি থাকিল। দ্বিতীয় দিনা তাই জীয়েৰেক সেইজন ডাক্তৰৰ ওচৰলৈকে লৈ গ'ল। কিন্তু ডাক্তৰক সৈমান কৰা ইমান সহজ নাছিল। বিয়াত পোৱা পুৰণি সোণৰ আটাইখিনি গহণা বিক্ৰী কৰি পোৱা টকাৰ পৰা দহ হাজাৰ টকা হাতত তুলি দিয়াতহে ডাক্তৰ মান্তি হ'ল। আৰু অত্যন্ত সংগোপনে পৰিষ্কাৰ কৰি দিয়া হ'ল কলা-বোবা, থিৰ শৰীৰৰ ছোৱালীজনীৰ লেতেৰা হৈ পৰা বিমূঢ় জৰায়ুটো।

আজিকালি উদং ঘৰটোত মাইচানা আৰু মাইনাক লৈ মাধৱীলতা অকলে থাকে। বহু দিন হ'ল তাই শিখিয়েকৰ মুখ নেদেখা। মাইচানাই চাই আছি খিখিলি কয়, সেয়াই। শাৰীৰ খোলৰ কোলাত বহুৱাই তাই অনবৰত জীয়েৰেৰ গাত হাত ফুৰাই বাৰান্দাত মূঢ়া পাতি বহি থাকে। তাইৰ দৃঢ়বিশ্বাস, নিজ হাতে গে'ট খুলি সোমাই আহিব এদিন ঘৰৰ মানুহটো। যাৰ বুকুত ভাগকৰা মুখ গুজি তাই চেঁচা মাতেৰে কৈ উঠিব এদিন- বাহিৰখন প্লাষ্টাৰ কৰা, পানী টেংকি মেচিন বহুওৱা এইবোৰ সব বাদ দিয়া _ সব বাদ দিয়া _ ।

■ বিহুসংখ্যা, দৈনিক জনমভূমি, ২০০৪



## ◘ আশাপথ ◘

এখন সাংস্কৃতিক সভাত আমাৰ প্ৰথম মুখামুখি। তেওঁৰ মই ছবি দেখিছিলো, লেখা পঢ়িছিলো, মাত শুনা নাছিলো। সেইদিনা দেখিলো দৰ্শকৰ মাজৰ পৰা তেওঁ মঞ্চলৈ উঠি গৈছে, শিল্পী এজনক ফুলৰ তোড়াৰে আদৰিছে। এজাক পখিলাই তেওঁৰ কামিজটো শুৱনি কৰি তুলিছিল।

এটা সময়ত স্বামীৰ সৈতে দৰ্শকৰ মাজৰ পৰা মই সভাগৃহৰ বাহিৰলৈ ওলাই আহিছিলো। তেওঁ বাহিৰতে বৈ আছিল। বাৰাণ্ডাৰ বেলিঙত হেলান দি।

মই মাত দিলো, মোৰ স্বামীয়েও।

তাৰ পাছত অনেক দিন বাগৰি গ'ল। ঋতুবোৰৰ সদায়ে বৰ খৰখেদা। হৰমূৰকৈ দিনবোৰক খেদি লৈ যায়। ওখ, থিয় গৰাইদি এজাক ভেড়া ধূলি উৰুৱাই নামি অহাৰ দৰে টপ্‌লিয়াই দিনবোৰ নামে, তেনেদৰেই যায়গৈ।

চাকৰি-বাকৰি নাই, ঢেঁকী-তাঁতশালৰ জঞ্জাল নাই। তথাপি দিনবোৰ মহা ব্যস্ততাৰে পাৰ হয়। হয়, উকা কাগজত কলম পিহি মই সৃষ্টিশীলতাৰ কছৰৎ কৰোঁ। মছগুল হৈ থাকোঁ।

তেনেতে হঠাৎ কলিং বে'ল। মেজৰ ঘড়ীলৈ চালো। ভৰদুপৰ। এনেসময়ত কাৰো আগমন বাঞ্ছা নকৰোঁ। বাতিপুৱাটোৱে যেতিয়া কেৰেচীয়াকৈ ঘড়ীৰ কাঁটা ঠেলে, ব্যস্ত খোজেৰে যেতিয়া ঘৰৰ মানুহ ওলাই যায়, তেতিয়াই মই স্বাধীনতাৰ পতাকা উত্তোলন কৰোঁ। অবাধ স্বাধীনতাৰে সময়খিনি উপভোগ কৰোঁ। আৰ্কিমিডিছ হৈ সোমাই পৰোঁ কল্পনাৰ বাথটাবত।

হাতৰ কলমটোক সাঁফৰৰ কামিজ পিন্ধাই মেজৰ পৰা উঠি গ'লো। দুৱাৰ খুলিয়েই মই উৎফুল্ল হৈ উঠিলো। হয়, তেওঁ বৈ আছে। কলিংবে'লৰ ওচৰৰ বেৰত পিঠিৰে হেলান দি তেওঁ বৈ আছে।

দুৱাৰখন বহলকৈ মেলি মাতিলো,- "আহক।"

মোৰ মন তেতিয়াও সম্পূৰ্ণ আড়ষ্টমুক্ত নহয়। হয়নে সেইকাৰণেই ? চেহেৰাটো

একেবাৰে সঠিকভাৱে যেন মনত নাই। বোধকৰোঁ তেওঁ ধৰিব পাৰিলে। ক'লে,- "চিনি পাইছে নহয় ?"

"আহ হোৱাই নট ? প্লিজ, আহক।"

তেওঁ মোৰ সৈতে একেবাৰে মুখামুখিকৈয়ে বহিল।এটা বগা লেফাফা আগবঢ়াই দিলে।

" কি ?"- কিছু সংকোচেৰে মই সুধিলো।

"আপোনাৰ বাবেই লিখিছিলো____।"

"কবিতা ?"

মই যেন ঋতু হৈ উঠিলো। খৰখেদাকৈ লেফাফাটো মোকলালো। তাৰ ভিতৰত অন্য এটা আছিল। সেইটোও। তাৰ পাছত অবৰ্ণনীয়তা। দুখ-সুখৰ বহু নিলগত পাব পৰা, এক নিভৃত ধ্যানৰ বলত লাভ কৰা ভাসমান অৱস্থা এটা।

'....মই বিচাৰি ফুৰিছোঁ তোমাক/ তোমাৰ শব্দবোৰক/ য'ৰপৰা ওলায় সুগন্ধ ধূপৰ ধোঁৱাৰ দৰে তোমাৰ শব্দবোৰ / তুমি জানো ধূপৰ দৰে জ্বলিছা ?'

মোৰ মুখত বিন্দু-বিন্দু ঘামৰ উৎপত্তি ঘটিল। মই যেন ধৰা পৰি গৈছোঁ। হয় হয়, মই ধৰা পৰি গৈছোঁ। একান্তই নিভৃতে দাপোণত নিজকে মন্ত্ৰমুগ্ধভাৱে চাই বৈছোঁ আৰু সেয়া যেন অন্য এজনেও দেখা পাই গৈছে। মই লাজ পালো। আত্মমগ্নতাৰ ৰূপ নিজৰ ছাঁই দেখাটোও নিৰ্বিচাৰোঁ।

কবিতাটো যথেষ্ট দীঘল আছিল। কেইবাবাৰো পঢ়িলো। তেওঁ মোলৈকে চাই আছিল। ইচ্ মোৰ শৰীৰত যেন পোছাক নাই, নিজৰ প্ৰতিক্ৰিয়াৰ স্পষ্ট প্ৰকাশৰ দ্বাৰা নিজকে উদঙাই পেলাইছোঁ !

তথাপি সহজ হাঁহিৰে ক'লো,-"খুব ভাল লাগিছে মোৰ। আপোনাৰ সৰল অথচ নিৰ্বাচিত শব্দৰ যি সমদল আপুনি কলমেৰে সৃষ্টি কৰে, সেয়া সঁচাকৈয়ে অনন্য। কি ক'ম ? আপোনাৰ দৰে লিখিব নাজানো, কিন্তু সেই লেখাৰে সপোন দেখোঁ____।"

তেওঁ হুঁ'শলত হেলান দি বহিল। ক'লে,-"আপোনাৰ লেখা অদ্ভুত সংবেদনশীল !"

"ৰ'ব, বহক আপুনি। কি খাব ? চাহ নে চৰবত ?"

"চাহকে দিয়ক।"

চাহকাপ খাই তেওঁ গ'লগৈ। যাবৰ সময়ত মই দুৱাৰৰ কাষত ৰ'লোগৈ । অতিথি আপ্যায়নৰ এক অবিচ্ছেদ্য অংগ-আগবঢ়াই দিয়াটো।

মই থিয় হৈ ৰ'লো। তেওঁ দুৱাৰমুখত খুলি থোৱা জোতা পিন্ধিলে। বেৰত পিঠিৰে হেলান দি এক সুন্দৰ কলাত্মক ৰূপত তেওঁ সেইযোৰৰ গাঁঠিও মাৰিলে। সাধাৰণতে সমুখলৈ হাউলি পুৰুষে জোতাৰ ফিটা মৰাৰ পদ্ধতিৰ বিপৰীতে তেওঁ আৰামেৰে সেই কাম সম্পাদন কৰিলে।

তেওঁ গ'লগৈ। কামিজত পৰি থকা পখিলাজাকো লগতে লৈ গ'ল।

সন্ধ্যা নামি আহিছিল। আবেলিৰ বেলি ঢলিবৰ সময় হ'লেই মোৰ স্বাধীনতাৰ পতাকা সোঁ-সোঁকৈ চুঁচৰি নামি আহে। তললৈ, আৰু তললৈ। একেবাৰে এগৰাকী সাধাৰণ গৃহিণীৰ দৰে সাজি-কাচি, থোৱামেজ যতনাই ঘৰৰ মানুহ ঘৰলৈ ঘুৰি অহাৰ প্ৰতীক্ষাৰ ক্ষণ গণি বহি থাকোঁ। ল' ভলিউমত সংগীত বজাই থওঁ। মহানগৰীৰ যান্ত্ৰিক জীৱনৰ পৰা নহ'লে যেন দিনান্তৰ এই নিছলা সময়খিনি পখী হৈ উৰি গুচি যাব স্বাধীন ঠিকনা বিচাৰি...।

বাস্ত থোজেৰে স্বামী সোমাই আহিল। পেকেট এটা ডাইনিং টেবুলত থৈ ক'লে,-"তোমাৰ এয়া, লোৱা।"

"কি ?"

"ম'বাইলৰ কাগজ-পত্ৰ। কাইলৈ ছেট এটা পছন্দ কৰি লৈ ল'বা। মই দোকানত কৈ থৈ আহিছোঁ...।"

সন্ধিয়া যেতিয়া আলিবাট মানুহেৰে ভৰি উঠে, তেতিয়া আমি শোৱনিকোঠাত। সদায়। তেওঁ বিছনাত জিৰণি লয় আৰু মই কাষতে বহি দিনটোৰ সমস্ত কথা বৰ্ণনা কৰি শুনাওঁ। আনকি, কি-কি ভাব মনলৈ আহে, কেতিয়াবা সেইবোৰো কৈ শুনাওঁ। কিছুমানে তেওঁক আমোদ দিয়ে বোধহয়, চকুৰ কোণত কৌতুকময় ৰেখা জিলিকি উঠে।

মই তেওঁক ক'লো,- "আজি মোৰ প্ৰিয় কবি আহিছিল জানানে ? এটা কবিতা লৈ আহিছিল। কেনেকৈ যে লিখে ইমান ধুনীয়া কবিতা ! চাবা ?"

"আনা, চাম।"

তেওঁ নিজে পঢ়াৰ দৰে পঢ়ি, সেইটোৰ ৰসভংগ কৰিব পাৰে বুলি থাকণা

কবি মই নিজেই পাঠ কবি শুনালো। কেইবাবাৰো। তেওঁ মোৰ মুখলৈ চাই চাই আগ্ৰহেৰে শুনিলে। তাৰ পাছত ক'লে,-

"ভাল লিখিছে। চাওঁ, ভৱিদুখন মালিচ কৰি দিয়াচোন।"

ইচ্ কি যে হ'ব ! ক'ত কবিতা ক'ত ভৰি মালিচ ।"

হাতত মোৰ ম'বাইল। প্ৰথমে প্ৰিয় কবিকেই দিলো নম্বৰটো। তেওঁৰ ম'বাইলত ৰিং কৰি ক'লো,- "ম'বাইল এটা ল'লো, নম্বৰটো আপোনাক জনাবলৈ মন গ'ল_।"

"হয়। ভাল কৰিলে। যোগাযোগ ৰাখিম বাক। আপুনিও কৰিব।"

"মই ? কি ক'ম ?"

"নতুনকৈ কি লিখিবলৈ লৈছে, কি কৰিছে ! আচ্ছা, এতিয়া বাক আপুনি কি কৰি আছে ?"

"আপোনাৰ পৰামৰ্শ গুনি আছোঁ।"

"আৰু কি চাই আছে ?"

"খিৰিকিৰে দেখা পোৱা পৃথিৱীখন।"

"আৰু আকাশ ? আকাশ চায়নে আপুনি ?"

"মই ভাবৰ চাওঁ, আলিফ লাইলাৰ দলিচাৰ দৰে তাতে উঠি যাত্ৰা আৰম্ভ কৰোঁ।"

"আৰু ?"

"ইচ্ কিবোৰ যে পাতি আছোঁ ? কাম কৰক আপুনি। নম্বৰটো টুকি ৰাখিব। বাই বহুত কাম পৰি আছে মোৰ।"

দুদিনমানৰ পাছত তেওঁৰ ফোন। সুধিলে,-"ভালে আছে ?"

"হয়।"

"কি কৰি আছিল ?"

"কিবা এটা ভাবি-ভাবি বহি আছিলো।"

"আপুনিতো বহি নাথাকে। আপুনি ভাবৰত ভৰি থ'ব খোজে। সেইকাৰণে কেতিয়াবা ৰবযুগে একেবাহে তিয়াৱ আপোনাক মেঘমল্লাৰ_মেঘমল্লাৰ।"

"কিন্তু বছৰৰ আগতে আপোনাক নিমন্ত্ৰণ কৰা কবি সন্মিলন এখনলৈ মই এটা কবিতা আপোনাৰ হাতত পৰাকৈ পঠিয়াইছিলো।"

"হয়, সেইটো মই পাইছিলো। আপুনি তাত লিখিছিল- ক'ত পোৱা তুমি ফুলৰ দৰে কোমল শব্দ। জোনবায়ে নামাতিলে, বতাহ নবলিলে মই ভিতৰতে থাকোঁ। চাই থাকোঁ কেনেকৈ তোমাৰ বাবে সৰে শেৱালি ! এই শেৱালি বুটলিবলৈকে আপুনি মোক লগ ধৰিছিল।"

আমাৰ কথোপকথনত দুটা কবিসত্তা অন্তৰ্জীৱনৰ ছন্দই ঝংকাৰি উঠিছিল। সঁচাকৈয়ে দুজন কবি গোট খালে জীৱন-অন্তৰ্জীৱনৰ কথাই সাধাৰণতে প্ৰাধান্য পোৱা উচিত। কিন্তু সাধাৰণতে তেনে নঘটে। আজিকালি নঘটে। মুখৰ আগত প্ৰশংসা থাকিব ঠিকেই, কিন্তু ভাবিব নোৱাৰাধৰণৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ কথাতে মনোমালিন্যৰ ভাবে ভুমুকি মাৰে। এজন কবি আনজন কবিৰ পাৰদৰ্শিতাত কেতিয়াও অভিভূত নহয়। মুহূৰ্তৰ বাবে অভিভূত হ'লেও সুখী বা সন্তুষ্ট নহয়।

কিন্তু আমি হৈছিলো। মোৰ কলমৰ একেবাৰে শেষভাগতহে কবিতাৰ 'পাৰা' থকাটো সত্য। কিন্তু মোৰ প্ৰিয় কবিৰ গোটেই কলমটোৱেই কবিতাৰে ভৰা। মোৰ দৰে নিঃকিনে তেওঁৰ প্ৰতি শ্ৰদ্ধাপূৰ্ণ উৎসাহ ৰখাটো স্বাভাৱিক হ'লেও তেওঁৰ দৰে মানুহে মোৰ প্ৰতি দেখুওৱা আন্তৰিকতাত মই ধন্য মানিছিলো। বস্তুবাদী পৃথিৱীৰ মানুহ হৈও আমি হিংসা-খিয়াল-দ্বন্দ্বৰ বহু উৰ্ধৰ্বৰ কথা পাতিছিলো। তেওঁ কৈছিল,- "আপুনি ঠিকেই কৰিছে। 'গোট' কিছুমানৰ পৰা আঁতৰি নিজা এটা সুকীয়া ষ্টাইলেৰে লিখি আছে, ভাল কৰিছে।"

"আমি প্ৰত্যেকেই ইজন সিজনৰ পৰা পৃথক। তেনেস্থলত এজন আন এজনৰ___।"

"_সমকক্ষ হ'বলৈ বা ঈৰ্ষাত কাতৰ হোৱাৰ কোনো কাৰণ নেদেখোঁ।"

"হয়। বজাৰত পোৱা একে পোছাক পিন্ধিও সকলো নাৰীয়েই সমানে সুন্দৰী হৈ নুঠে। ৰবযুণ দিব এতিয়া জানেনে ? মোৰ কাম আছে, যওঁ ?"

"ৰবযুণ দিব খুজিছে নেকি ? দিলেই ভাল হয়। বহু ধূলি হৈছে।"

"হয়। ৰবযুণৰ স্পৰ্শত তিতা গছবোৰ নতুনকৈ সেউজীয়া হৈ উঠে।"

"আপুনিওতো সেউজীয়া।"

"আপুনি পৃথিৱীৰ প্ৰথম সেউজীয়া। আপোনাৰ বুকুত অৰণ্য আছে। নিজৰা আছে। নিজৰাৰ মাজত শিল আছে। তাতে বহি পৃথিৱীৰ আটাইতকৈ কোমল গানটো গাব পাৰি।"

"বৰষুণ আহিলেই।"

" আহিল নেকি ? বাই তেন্তে !"

ধীৰে-ধীৰে কবিজনাৰ কল্পনাশক্তিৰ প্ৰতি মোৰ আশ্চৰ্য বাঢ়ি যাবলৈ ধৰিলে। তেওঁৰ বিষয়বস্তু, প্ৰকাশভংগী, ভাষা আৰু শব্দৰ নিৰ্বাচন শক্তিৰ প্ৰতি মোৰ বিনম্ৰতা বাঢ়ি গ'ল। তেওঁৰ যোনৰ প্ৰতি মোৰ আগ্ৰহ বাঢ়ি গ'ল। সাংসাৰিক জগতৰ পৰা, বৈষয়িক জীৱনৰ পৰা সম্পূৰ্ণ পৃথক সেই অনুভূতি তেওঁ কেনেকৈ আহৰণ কৰে, তন্ময়তাৰে ভাবি ৰওঁ মই ঠিক এৰাছমাছৰ দৰে ।

"এৰাছমাছ ?"- স্বামীয়ে সুধিলে মোক। প্ৰতি সন্ধিয়া তেওঁৰ কাষত বহি মই ব্যক্ত কৰা অনেক কথাৰ মাজৰে আছিল কবিৰ প্ৰতি মোৰ উৎসাহ, আগ্ৰহ আৰু তন্ময়তাও।

মই তেওঁৰ মুখলৈ চালো। বিজ্ঞানৰ ছাত্ৰ আছিল তেওঁ। বোধকৰোঁ পাহৰিছে। ক'লো,- "ওঁ, এৰাছমাছ। ডাৰউইনৰ ককাক।"

"এৰাছমাছে কি কৰিছিল ?"

"কহোকতো তুমি জানা, উদ্ভিদবীক্ষ আৰু দৰ্শন চৰ্চাত লাগি থকা ফৰাচী বিপ্লৱৰ কছো । কছোৱে যেতিয়া কনফেছনছ লিখিবলৈ লৈছিল, তেওঁ নিৰ্জনবাসতহে সেই কাম কৰিবলৈ ধৰিছিল। উটনহলৰ চাৰিওফালে নানান উদ্ভিদ আৰু চৰাই ভৰি সেইখনক ৰম্যপুৰী কৰি ৰাখিছিল। তাৰে একালৰ এটা কোঠাত চকী-মেজ লৈ কছো বহি থাকে। লিখাৰ সময়ত কাকো সাক্ষাৎ নকৰে। এনেয়ে তেওঁ কাকো নিৰাশ নকৰিছিল, কিন্তু কনফেছনছৰ সময়ত সেইবোৰ নাছিল।"

"তুমি এৰাছমাছৰ কথা কৈছিলা।"

"কৈ আছোঁ, শুনা। এৰাছমাছ আছিল কছোৰ ভক্ত। মোৰ দৰেই অভিভূত আছিল তেওঁ। গ'ল এদিন কছোক লগ ধৰি কিবা মহৎ বাক্য শুনিবলৈ। কিন্তু সাক্ষাৎ

পোৱাটো অসম্ভৱ হ'ল। তেওঁ কি কৰিলে জানানে ? কছো বহা কমৰ খোলা খিৰিকিৰ কিছু দূৰৈত বৈ এৰাছমাছে গছ এজোপালৈ ৰ লাগি চাই থকা হ'ল। এদিন-দুদিনকৈ কেইবাদিনো। কেতিয়াবা ঘপাঘপ গছজোপাত উঠি যায়, নামি আহি আকৌ ৰ লাগি চাই থাকে। তেতিয়া কৌতূহলী হৈ কছোৱে তেওঁক মতাই নি কথা পাতিবলৈ আৰম্ভ কৰি দিছিল।"

"গছজোপাত কি দেখিছিল সুধিছিল চাগৈ !"

"সেইটো এৰাছমাছৰ এটা বাহানা আছিল। গছজোপাৰ বিষয়ে দুই-চাৰিটা কথা সুধি কছোৰ সৈতে অন্তৰংগতা গঢ়ি তোলাহে আছিল প্ৰধান লক্ষ্য। জানানে, মোৰ নিজকে সেই এৰাছমাছৰ দৰে লাগে কেতিয়াবা। কবিৰ সৈতে অন্তৰংগতা গঢ়িবলৈকে যেন পাখিলগা শব্দৰ গছত বান্দৰামি কৰি উঠিছোঁ, নামিছো।"

"তেনেকৈ কিয় ভাবিছা ? তোমাৰ গদ্যৰ সংবেদনশীলতাকো তেওঁ কিজানি তেনেকৈয়ে চায়।"

মই মনে-মনে বহি ৰ'লো। তেওঁ শুই-শুয়ে মোৰ মুখলৈ খন্তেক চাই ৰ'ল। তাৰ পাছত ক'লে,- "ওলোৱা, ব'লা, বজাৰৰ পৰাই আহোঁগৈ। বহুদিন ইলচা খোৱা হোৱা নাই !"

কবিতাৰ যাদুকৰী দণ্ডই স্পৰ্শ কৰা মানুহবোৰ যেন এক বেলেগ গ্ৰহৰ প্ৰাণী। স্বামীৰ সহৃদয়তাৰ প্ৰতি মই বিনম্ৰ হৈ উঠিলো। হয়,বৰ ভালকৈয়ে উপলব্ধি কৰে তেওঁ এই কথা।

ৰাতি আঠ বাজি যোৱাৰ পাছত মই অ' টি জিটোত লাগি প'লো। সবিয়হেৰে বেক কৰা ইলিচ খাবলৈ ভাল পায় তেওঁ। ডাইনিং টেবুলত ম'বাইলটো। হঠাৎ সেইটো বিঁ-বিঁয়াই উঠিল। হয়, 'মেছেজ' অহাৰ বিশেষ সংকেত সেয়া।

মাছখিনি অ' টি জিত ভৰাই হাত চাকা কৰি ম'বাইল হাতত লোৱালৈকে কিছুসময় বাগৰি গৈছে ।

অহ্ এটা অদ্ভুত মেছেজ । অদ্ভুত ধৰণৰ অশালীন মেছেজ এটা !

মোৰ হাত কঁপিল, মেছেজৰ আখৰবোৰ কঁপিল আৰু শেষত প্ৰেৰকৰ নম্বৰ চাওঁতে মোৰ ভিতৰৰ লোটেইজনী মানুহ কঁপি উঠিল। থৰথৰাই।

বহনিশালৈকে দূচকু মেল খাই ৰ'ল। ক'ত কি ভুল হৈ গ'ল ? এজন পুৰুষ

আৰু এগৰাকী নাৰীৰ ভিতৰত যদি কাব্যময় কথাৰ কিবা ভাব বিনিময় হয়, অৰু জানো কটুদৃষ্টিৰে চোৱা যায় ? বয়স, সামাজিক শৃংখলা মানিও আমি এজন আনজনৰ কিয় অন্তৰংগ হৈ উঠিব নোৱাৰোঁ ? নিষ্পাপ, উজ্বল ভংগিমাৰে লোৱা সম্পৰ্কবোৰ প্ৰত্যেকৰে বাবে একে হ'ব নোৱাৰে কিয় ? কিয় কবিয়ে তেওঁৰ প্ৰতি মোৰ আগ্ৰহক নাৰীৰ শিথিলতা বুলি ধৰি ল'লে ? শিশুৰ দৰে অকৃত্ৰিমভাৱে গ্ৰহণ কৰিছিলো মই তেওঁক, পৰম মিত্ৰৰ শ্ৰদ্ধাৰে।

এনেদৰে বহু নিশা পাৰ হৈ গ'ল। নিজৰ ওপৰতে ধিক্কাৰ জন্মিবলৈ ধৰিলে। ৰাতিপুৱাৰ ব্যস্ততা সামৰি স্বাধীনতাৰ পতাকা উৰুৱাওঁ ঠিকেই, কিন্তু নিজৰ ভিতৰতে আবদ্ধ হৈ থাকোঁ। কাৰো বন্ধুত্বৰ প্ৰতি সঁহাৰি নজনাওঁ বুলি নিজাকে প্ৰস্তুত কৰি গ'লো।

এই সুদীৰ্ঘ সময়ছোৱাত যে প্ৰিয় কবিৰ মুখামুখি নহ'লো, তেনে নহয়, তেওঁৰ সৈতে যে কোনত কথা পতা নাছিলো, তেনেও নহয়। কিন্তু সকলো যান্ত্ৰিকতা।

তেনেতে মই টেলিভিছনৰ ধাৰাবাহিক এখনত জড়িত হৈ পৰিলো। মহিলা পৰিচালক এগৰাকীয়ে মোৰ কাহিনী এটা ল'লে। পৰিচয় ঘটিল মোৰ সংলাপ ৰচোঁতা যুৱকজনৰ সৈতেও। বিভিন্ন সময়ত বিভিন্ন কথাৰে কামটো আগবাঢ়ি যাবলৈ ধৰিলে। ম'বাইলত মই মহিলাগৰাকী আৰু তেওঁৰ সংলাপ ৰচোঁতা যুৱকজনৰ নামো ভৰাই থলো। যাতে তেওঁলোকৰ ফোন আহিলে আৰু নম্বৰ জুমি থাকিব নালাগে। এদিন মন কৰিলো সংলাপ ৰচোঁতাৰ ম'বাইললৈ মোৰ ম'বাইলৰ পৰা কেইবাটাও 'ব্লেংক মেছেজ' গৈছে। হয়, মই কামত ব্যস্ত থকাৰ সময়ত প্ৰায়ে স্বামীয়ে নিজৰটো থৈ মোৰ ম'বাইলটো ব্যৱহাৰ কৰে। মই সুধিলো,- "তুমি মোৰ ফোনটোৰ পৰা মেছেজ পঠিয়াব জানানে ?"

"এহ্ সেইবোৰ মই জানো নেকি ? ফোনহে কৰোঁ কেতিয়াবা।"

"চোৱা, এইটোৰ পিছত এইটো বাটন দবাই তুমি কেইবাটাও ব্লেংক মেছেজ পঠিয়াইছা_।"

"অঁ ! তেন্তে ৰি-ডায়েল কেনেকৈ কৰেনো ?"

মই তেওঁক শিকাই দিলো। প্ৰয়োজনত মোৰ সহায় ল'বলৈ ক'লো। কথা ইমানতে শেষ নহ'ল।

মোৰ দুশ্চিন্তা জন্মিল। ইচ্ কি ভাবিছে সেই যুৱকজনে ? এনেদৰে মেছেজ পঠাই

তেওঁক যেন মই কিবা ক'ব খুজিছোঁ !

মই পৰিচালকগৰাকীক ক'লো.- "তেও মোক কি ধৰণে লৈছে ঠিক নাই। কেইবাটাও ব্লেংক মেছেজ গৈছে। ডেকা মানুহ। তদুপৰি প্ৰেমসৰ্বস্ব লেখাৰেই তেওঁ মোক জানে।"

শুনি তেওঁ হো-হোৱাই হাঁহি উঠিল। নাজানে নাজানে. যুৱকজনে ম'বাইলৰ মেছেজ খুলিবই নাজানে। কিবা ভাবিব কেনেকৈ ? কেৱল কথা পাতে। কোনো আগ্ৰহ নাই তেওঁৰ এই যন্ত্ৰটোৰ প্ৰতি।

লাইট নাছিল। বৈঠকখানাৰ দীঘলীয়া ছ'ফাত মই স্বামীৰ গাত হেলান দি কথা পাতিবলৈ ধৰিলো। মহিলাগৰাকীক লগ পোৱাৰ পাছৰে পৰা মনলৈ এক নতুন স্ৰোত বাগৰিছে। অত্যাধুনিক পৃথিৱীৰ এটা ক্ষুদ্ৰ যন্ত্ৰৰ বুকুৰ সৰোবৰৰ পৰা বাগৰিছে এই স্ৰোত। শিশুৰ দৰে স্বামীক সুধিলো.- "ম'বাইলৰ এটা মাত্ৰ মেছেজ পঢ়ি এজন মানুহৰ বিষয়ে কিবা সিদ্ধান্ত লোৱা যায়নে ?"

"লোৱাটো ঠিক নহ'ব। দেখা নাই. তোমাৰ ছেলৰ পৰা মই কিমান ব্লেংক মেছেজ পঠিয়ালো ?"

তেওঁ আৰু কিবাকিবি কৈ আছিল। কিন্তু মোৰ কাণত নোসোমাল। বাহিৰত জোনাকে উৎসৱ পাতিছে। নাকত ভাঁহি আহি লাগিছে স্বামীৰ শৰীৰৰ পৌৰুষবিলাসী ছিগাৰেটৰ ধূমায়িত গোন্ধ।

লাহেকৈ মূৰটো তেওঁৰ কোলাত পেলাই ছ'ফাখনতে দীঘল দি চকুযুৰি মুদি দিলো। এনেকৈয়ে এই পৃথিৱীৰ সকলো সুন্দৰ হৈ ৰওক। মোৰ মনচক্ষুৰ নিষ্পাপ দৃষ্টিত প্ৰিয় কবি প্ৰথমৰ দৰেই হৈ ৰওক। তেওঁৰ অলক্ষিতেই যেন অন্য কোনো অশুভজনে তেওঁৰ ম'বাইলৰ পৰা মোলৈ প্ৰেৰণ কৰিছিল তেনে অশালীন প্ৰস্তাৱ, এই দৃশ্যাই বাস্তৱ হওক।

স্বামীয়ে ক'লে. - "ব'লা, বজাৰৰ ফালেই ওলাই যাওঁ। আন্ধাৰত কিমান বহিবা আৰু !"

■ প্ৰান্তিক, ১৬ ছেপ্তেম্বৰ, ২০০৫



## বুকুৰ মাজৰ ঘৰ

'মই যাওঁ।'

'হঠাৎ উঠিলা যে ?'

'যথেষ্ট হৈছে। তোমাৰ এই আঙুৰৰ ৰসে মোক অস্থিৰ কৰি পেলাব এতিয়া ..।'

'আস্-সা ! কি কোৱা বন্ধু ! আমাৰ বৈঠক এতিয়াহে বহিব। মোলৈ চোৱা; মইতো তোমাতকৈও দুঘোট বেছিকৈ পি-ছো। ক'ত, একোতো হোৱা নাই। বহা বহা।'

'মোৰ বোধেৰে আমি এতিয়াই এয়া সামৰা উচিত। নিচা হৈ যোৱাৰ পাছতো আৰু কিয় লাগে পিব ? আল্লালৈ ভয় কৰা গালিব, নিচাগ্রস্তজনৰ প্রার্থনা আল্লাই নুশুনে ...।'

বন্ধুৰ কথাত মির্জা আচাদুল্লা খান গালিবে হোঁহোৱাই হাঁহি উঠিল। ইমান জোৰেৰে হাঁহিছিল যে, সেই হাঁহিয়ে তেওঁৰ পেটৰ নাড়ী-ভুৰুক জোকাৰি তোলাৰ উপৰি ঘৰৰ ভিতৰত সোমাই ৰোৱা পত্নী উমৰাও বেগমকো কঁপাই তুলিছিল। হাতৰ কামৰ গতি স্তব্ধ কৰাই বেগম উৎকর্ণ হৈ ৰ'ল। কি এনে কাৰণ হ'ব পাৰে এই হাঁহিৰ ? আজি পঞ্চল্লিশ দিনো পাৰ হোৱা নাই তেওঁলোকৰ সন্তানৰ মৃত্যু ঘটাৰ। হয়; জন্ম হৈ মাত্র এটি কান্দোন শুনায়ে সেই শিশুৱে ত্যাগ কৰিছিল এই মায়াময়তা।

উমৰাও বেগমৰ বুকুৰ মাজৰ শূন্যতাত পতিৰ এই হাঁহিয়ে এক অনাহুত যন্ত্রণাৰহে সৃষ্টি কৰিলে যেন ! অন্তেৰপুৰৰ জালিকটা গবাক্ষৰ ফালেই উৎকর্ণ হৈ ৰ'ল। প্রায়ে বহাৰ দৰে আজিও বহিছে দীৱান খানাত আঙুৰ ৰস পান কৰাৰ বৈঠক।

হাঁহিয়ে খলকনি তোলা কণ্ঠেৰে গালিবে এইবাৰ ক'লে- 'এয়া চোৱা মোৰ হাতত আঙুৰৰ ৰস। তেন্তে আৰু কিহৰ বাবে মই আল্লাৰ ওচৰত প্রার্থনা কৰিম ?'

'উস্, তুমি এনে কথা কেনেকৈ ক'ব পাৰা গালিব ? বোধহয় সেয়ে তোমাৰ ঘৰ আজিও খালী হৈ ৰৈছে। ভয় কৰা আল্লাক, ভয় কৰা .. মই গ'লো।'

কেৰেচকৈ দীৱান খানাৰ দুৱাৰ খুলি কোনোবা বাহিৰ হোৱাৰ উমান পোৱা গ'ল। শাৰীৰিক আৰু মানসিকভাৱে দুৰ্বল হৈ পৰা উমৰাও বেগমৰ শৰীৰ ঘামি গ'ল। ধপধপাই উঠিল বুকু। মূৰটোও যেন আচন্দ্ৰাই কৰিব খুজিছিল. তেওঁ ততাতৈয়াকৈ বিছনা ল'লেগৈ।

'হে আল্লা ! হে সৰ্বশক্তিমান. অন্তৰ্যামী ' তুমিতো সকলো জানা। মোৰ মানুহজনক ক্ষমা কৰা। ক্ষমা কৰা তেওঁক।'

উমৰাও বেগমৰ চকুলো বাগৰি আহিল। তেওঁৰ পিতৃ ইলাহী বক্স খানো আছিল উৰ্দুভাষাৰ এজন নামজ্বলা কবি। কিন্তু তেওঁতো এনে নাছিল। যাৰ বুকুত শব্দই তোলপাৰ লগায়. দৃচকুত এই পৃথিৱীৰ অভিনৱত্ব যেতিয়া চিত্ৰ হৈ জলমলায়. অনুভূতিয়ে যেতিয়া মুখৰ কৰি তোলে প্ৰাণ. তেতিয়াই নিঃসৰিত হয় তেওঁৰ কাপেৰে উত্তাল স্ৰোতস্বিনী। তাৰ বাবে জানো প্ৰয়োজন আঙুৰৰ ৰস অথবা এনে ধৰ্মবিৰোধী বক্তব্য প্ৰকাশ কৰাৰ ? 'হে আল্লা করুণা কৰা. আচাদুল্লা খান নামৰ মানুহজনকৈকে গালিব নামৰ দৰ্শনময় প্ৰেমময় কবি-সম্ৰাটোক তুমি বেছি ভালকৈ জানা. হে আল্লা. করুণা কৰা . ।'

পুনৰ কেৰেচকৈ দীৱানখানাৰ দুৱাৰ মুকলি কৰি কোনোবাজন বাহিৰ হৈ যোৱাৰ উমান পোৱা গৈছিল। বেগম উৎকৰ্ণ হৈ উঠিল আৰু শেতেলী এৰি পুনৰ গবাক্ষৰ ওচৰ পালেহি। হয়. দীৱানখানাৰ চাৰপাঈ আৰু আসন দুখন শূন্য। এতিয়া কোনো নাই তাত। ঘৰৰ বাহিৰ হৈ যোৱা মানুহজনৰ কথাকে ভাবি তেওঁ দীৱানখানালৈ ওলাই আহিল। আঙুৰ ৰসৰ পাত্ৰ খালী। একো নাই এতিয়া এই দীৱানখানাত । ক'তো একো নাই।

খুব লাহেকৈ চাৰপাঈখনতে বেগম বহি পৰিল। পতি ক'লৈ ওলাই যাব পাৰে তেওঁ জানে। কি কৰে মানুহজনীয়ে ? এইঘৰত বিয়া হৈ অহাৰ দিন ধৰি তেওঁ কোনো চৌহ্মকথলীৰ আকৰ্ষণ জন্মাব পৰা নাই। এইবাৰৰ সৈতে পাঁচবাৰ। মুঠতে পাঁচবাৰ এই ঘৰৰ পৰা বাহিৰ হৈ গৈছে নৱজাতকৰ শৱদেহ।

... আকাশৰ পৰা বিচ্ছুৰিত হৈছিল নিৰ্মল জোনাক। শীতল জোনাক। বেগমে আকাশলৈ মূৰ তুলি চোৱাৰ কথা ভাবিলে। পতিৰ কবিময় প্ৰাণে প্ৰকৃতিৰ এই বৰ্ণাতীত শোভাতেই জীৱনৰ আকৃতি অনুভৱ কৰিব পাৰিলেহেঁতেন !

মানুহজনীয়ে হমুনিয়াহ এৰিলে। এতিয়ামানে গালিব চুন্নাজানৰ মেহফিলত। হয়, এইকথা সত্য। শব্দৰে মোহনীয়া যাদু সৃষ্টি কৰিব পৰা গালিব দৰবাৰী কবি। সুৰা আৰু গজলৰ প্ৰতি বিমুগ্ধ তেওঁ। ঘৰৰ দীৱানখানাৰ ছাদত ফাঁট মেলিছে। তাত নজ্বলে ৰঙীণ আলোক। সুৰা থাকিলেও নৱজাতকৰ শেষযাত্ৰা সেই দীৱানখানাৰ বুকুৰে পাৰ হৈ যায়। উহ্ জীৱন ! জীৱন, কি এই জীৱন ? নিজৰ সন্তানক ভূমিৰ কোলাত সঁপি ঢলংপলংকৈ খোজ লয় তেওঁ কবৰস্থানৰ পৰা চুন্নাজান নামৰ বাঈজীৰ কুঠীলৈ। সংগীতেৰে মুখৰ, আলোকেৰে প্ৰাণোচ্ছল ঠাই সেয়া।

ঢলংপলংকৈ আগবাঢ়ি গৈ গালিব অনেকজনৰে এজন হৈ বহিলগৈ। হাতত তুলি ল'লে সুৰাৰ পিয়লা। সেই পিয়লা শূন্য হৈ যোৱাৰ পিছতো তেওঁ সেইফালে থৰ হৈ চায়ে ৰ'ল। এই যে পিয়লা ধৰা হাত, ই কেৱল কবিতাই ৰচিব পাৰে যে এনেকথাতো নহয় ! এই হাতেৰে তেওঁ নিজৰ সন্তানক আঙুলিয়াই দেখুৱাব খোজে জীৱনৰ পোহৰ।

জৰ্জৰকৈ থহি পৰিছিল যেন গালিবৰ বুকুৰ মাজৰ ঘৰ। আৰু কিমান, কিমানবাৰ এই হাতেৰে কবৰস্থ কৰা যায় একো একোটি দেৱশিশুক ? নিজৰ ঔৰসজাত শিশুক ?

দুখৰ ভৰত তললৈ দোঁ খাই পৰিল তেওঁৰ কাতৰ শিৰ। তললৈ, আৰু তললৈ। তেনেতেই, আলফুলে _ আলফুলে সেই কাতৰতাক ওপৰলৈ তুলি ধৰিলেহি চুন্নাজানে। তুলি ধৰিলেহি গালিবক তেওঁ সন্তাপৰ সেই অন্ধকাৰ গহ্বৰৰ পৰা। চকুত চকু থ'লে। _ মানুহজন আবেগিক হৈ উঠিল, মাতাল হৈ উঠিল _।

_ আৰু হৈ উঠিল দুৰ্ধৰ্ষ প্ৰেমিক। এই নাৰীৰ সান্নিধ্য যেন হাঁ-কৈ মুখ মেলি থকা চাতকৰ পিপাসাহে। অবিৰামভাৱে, অবাধগতিত কবিৰ মুখেৰে নিঃসৃত হ'বলৈ ধৰিলে প্ৰেম আৰু জীৱন বিষয়ক উপলব্ধিৰ শব্দ ! কবিতাৰ পংক্তি !

চুন্নাজান বিভোৰ হৈ উঠিল। দৰদী হৈ উঠিল। যাক সমাজে কেৱল মনোৰঞ্জনৰ আহিলা বুলিয়েই গণ্য কৰি আহিছে ইমানদিনে, যাৰ শৰীৰলৈ মুদ্ৰা দলিয়াই পণ্য কৰি তুলিছে পুৰুষসমাজে, আজি সেই পুৰুষপ্ৰধান সমাজৰে এজনে চকুত চকু থৈছে তেওঁৰ। প্ৰেমৰ যোড়শোপচাৰেৰে ওপচাই তুলিছে তেওঁৰ বুভুক্ষ আত্মা। _ চুন্নাজান এতিয়া বিমুগ্ধ। মন্ত্ৰমুগ্ধা সঙ্গিনী। গালিবৰ প্ৰেমানুভৱেৰে উপচি যোৱা সান্নিধ্যৰ

পদ্ধতিয়ে, জিভাবে নিঃসৃত হোৱা কাব্যপ্ৰপাতে আৰু তেওঁৰ বৌদ্ধিক চিন্তাৰ উমানেৰে সুখী হৈ উঠিছে চুন্নাজান।

'চুন্নীবাঈ !'

'কোন ?'

'মই মিৰ্জা হাতিম আলী।'

'অ'।'

'অপেক্ষা নাছিল নেকি মোৰ ?'

চুন্নাজান নীৰৱে ৰয়। কি ক'ব তেওঁ ? একালৰ প্ৰিয় পুৰুষৰ সমুখত আজি কেনেকৈ উচ্চাৰে কবিৰ নাম ! তেওঁ লাহেকৈ ক'লে-

'নহয় মানে, তেনে কোনো কথা নাই। যোৱাৰাতি মেহফিল ভাঙোতে বহু পলম হৈছিল। সেয়ে আজি দিনত অলপ ...।'

'এৰা কালিৰ মেহফিলত মিৰ্জা আচাদুল্লা খাঁনৰ শায়েৰীয়ে কি যে বৌনক আনিছিল ?'

'তেওঁ ক'ত এতিয়া ?'

'কোন ? কবি ?'

'হয়।'

' অ' তেওঁতো দৰবাৰী কবি। সম্ৰাট বাহাদুৰ শ্বাহ জফৰে তেওঁক নিজাম-উদ-দৌলা, দিবিৰ-উল-মুল্ক নিজাম-এ-জং উপাধিৰে সন্মানিত কৰিছে ..।'

'কিন্তু তেওঁ এতিয়া ক'ত ?'

'কি হ'ল চুন্নীবাঈ ? তুমি দেখিছো গালিবৰ প্ৰতি বেছ উদ্বিগ্ন হৈ ৰৈছা। ... পিছে লাভ নাই, লাভ নাই। একো নোপোৱা তুমি তেওঁৰ পৰা। সম্ৰাটে বছৰি ছশ টকীয়া বৃত্তিৰে তেওঁক টাইমুৰ বংশৰ বুৰঞ্জী লিখিবলৈ দিছে, পিছে ...।'

'তেওঁ কেৱল কবিয়েই নহয়, তেওঁ মানৱপ্ৰেমী, দাৰ্শনিক, ভাষাবিদ আৰু বুৰঞ্জীবিদো। সম্ৰাটে আচল ৰত্ন চিনি পাইছে ... ।'

'চুন্নীবাঈ ! কি হৈছে তোমাৰ ? কিয় এনে লাগিছে মোৰ, তুমি যেন হঠাতে বহু সলনি হৈ গৈছা, মোক যেন নেওচা দিব খুজিছা তুমি ...।'

'নাই নাই তেনে নহয়।'

'তেনেই হৈছে চুন্নীজান ! তেনেই হৈছে। নিজৰ অলক্ষিতে তুমি মোৰ ঠাই গালিবক বহুৱাই পেলাইছা। উস্ ! গালিব ! গালিব ! মাত্ৰ এক মৰিচীকা। তেওঁ পৰা একো নোপোৱা তুমি। ওঠৰ হাজাৰ উৰ্দু দীৱান, পাৰ্চীভাষাৰ ব্যাকৰণ আ শব্দকোষ, মীৰ-ই-নীমৰজ, দাস্তানাবু আৰু কাতি বাব্হান ৰচনা কৰা গালিবক ম ভালদৰেই জানোতো ! মদাহী-জুৱাৰী, সোৰোপা-দাম্ভিক, বহেমিয়ান-ধোঁৱাখুলীয় অন্যায়ৰ প্ৰতিবাদ কৰিব নোৱাৰা শক্তিহীন ...।'

'বন্ধ কৰক, বন্ধ কৰক। অসহ্য ... অসহ্য ! আৰু নকʼব, একোকে নʼক আপুনি তেওঁৰ বিষয়ে ...।'

'অভাৱ আৰু সন্তাপৰ মাজত বেগমক জাহ যাবলৈ দি তেওঁ যে কেনেকৈ ইয়াত বহি থাকেহি ! নিশ্চয়কৈ তেওঁ ছলাহী কথাৰে তোমাক মুহি ধন সৰকাৰ খোজে।

এইবাৰ চুন্নাজান অলিন্দলৈ ওলাই আহিল। অদূৰৰ শুভ্ৰ ডাৱৰৰ বুকু স্পৰ্শ কৰিবলৈকে যেন উৰিব ধৰিছে ৰং-বিৰঙী চিলা কিছুমান।

বুকু ভেদি দীৰ্ঘশ্বাস বাহিৰ হʼল চুন্নাজানৰ ! হাতীম আলিৰ মুখলৈ নোচোৱাকৈয়ে কোমল মাতেৰে কোনোমতে কʼলে তেওঁ-

'কবি কেৱল মোৰ ইয়াতে নবহে আলীচাহাব ! তেওঁ কবৰস্থানলৈও যায়। সৰু সৰু পাঁচটি কবৰক পহৰা দি বহি ৰয়গৈ তেওঁ তাত ...।'

হয়, এয়া সত্য। এটি এটিকৈ পাঁচটি সন্তানক নিজহাতে কবৰস্থ কৰিছে গালিবে। দুহাত উদং কৰি কবৰস্থানৰ পৰা কি সʼতে ওভতে তেওঁ ঘৰলৈ ? ঘʼত প্ৰসূতিৰ শেতেলীত কাঠ হৈ পৰি থৈছে উমৰাও বেগম। সাহস নাই তেওঁৰ। বুকুৰ ভিতৰ শূন্য হৈ পৰিছে, উদং হৈ পৰিছে দুহাত, শক্তিহীন হৈ পৰিছে দৰদী জিভাও। কি বুলি সান্ত্বনা দিব পৰা যায় বেগমক ?

চকুৰ পানীৰে সন্মুখৰ সকলোবোৰ ভাসমান হৈ উঠে। চলংপলংকৈ খোজ আগবাঢ়ে তেওঁৰ চুন্নাজানৰ কোঠালৈ। পৃথিৱীত যেন সেই এডুখৰিয়েই কোমল আঁচল আছে, যি তেওঁৰ কপালৰ ঘাম মোহাৰি নিব পাৰে, টুকিব জানে বুকু মহতিয়াই বাহিৰ হোৱা অশ্ৰুকণা।

... দীৱানখানাৰ চাকপাই এৰি উমৰাও বেগম ভিতৰ সোমাই গʼল।

শোৱনীকোঠাৰ বেৰত ওলোমাই থোৱা আছিল পতিৰ তিনিটা কামিজ। তেওঁ এটা এটাকৈ তিনিওটাৰে জেপ খুচৰিলে। নাই, এটি মুদ্ৰাও নাই তাত। পুৱা উঠিয়েই পতিক চৰ্বতৰ সৈতে মিচিৰি আৰু বাদামৰ গুৰি মিহলাই পিবলৈ দিব লাগে।

জেপৰ পৰা শূন্যহাত উলিয়াই বেগম যেন হতাশ হৈ পৰিল। ঘৰখনৰ ক'তো এটুকুৰা মিচিৰিৰ দানা নাই। কাইলৈ পুৱা মানুহজনে সোৱাদ নোহোৱাকৈয়ে পিব লাগিব চৰ্বত।

তেওঁ ওলমি ৰোৱা কামিজকেইটাৰ ওপৰেৰে হতাশ দৃষ্টি বুলাই নিলে। আটাইকেইটাৰে অৱস্থা পুতৌ লগা। ৰং উৰি গৈছে, চিলনীবোৰ বৃদ্ধশৰীৰৰ হাড়ৰ দৰে জকজকাই ওলাই পৰিছে আৰু সোতোৰা পৰা শৰীৰৰ দৰে কোনোমতে জী আছে কামিজকেইটা। ধেনুভিৰীয়া হৈ পৰিছে যেন আটাইকেইটাৰে দেহা।

বুকুখন হমহমাই উঠিল বেগমৰ। এইকেইটা কামিজৰ ভিতৰতেইতো সোমাই ৰয় তেওঁৰ পুৰুষজন।

তেওঁ বেজী সূতা যোগাৰ কৰি ল'লে। আৰু তিনিওটাৰে ভিতৰত শ্ৰেষ্ঠ কামিজটোৰ এৰাই যোৱা কাষলতি তলডোখৰ সীবলৈ বহিল। কিন্তু সেইখিনিত পোহৰ কম আছিল। তেওঁ দেৱালৰ ৰন্ধ্ৰত গুজি থোৱা চাকিগছিৰ কাষ চাপিল, জুপি জুপি বেজীত সূতা ভৰাই সীবলৈ বহিল।

তেওঁ পতিৰ কামিজ সী গ'ল। ধীৰে-ধীৰে ফাটিব ধৰা কাপোৰখিনি জোৰা লগাৰ দৰে তেওঁৰ চূৰ্ণ-বিচূৰ্ণ বক্ষৰ ভিতৰচ'ৰাত যেন আশাৰ খুব পাতল প্ৰলেপ এটি পৰিবলৈ ধৰিলে। এনে প্ৰলেপে এক বিশেষ ধৰণৰ আঠাৰ কামো কৰে ! শুষ্ক হাড়ৰ মাজত মজ্জাৰ ৰূপ ধাৰণ কৰি উঠে ! সঁচা, এই অনুভৱ একেবাৰে সঁচা। আপোনজনৰ ফিটিকি পৰা কামিজ সীবলৈ বহিলে জীৱনৰ সৈতে একাত্ম হোৱাৰ অনুভৱ টগ্‌বগাই উঠে।

উমৰাও বেগম আবেগিক হৈ উঠিল। জন্মসূত্ৰে কবিৰ সন্তান হোৱা হেতুকে তেওঁৰো সিৰাই সিৰাই আবেগ প্ৰৱাহিত হয়। তেওঁ অকস্মাৎ আবেগিক হৈ উঠিল। কামিজটোত এতিয়াও পতিৰ শৰীৰৰ নিৰ্যাস লাগি আছে। তেওঁ দুচকু মুদি প্ৰাণভৰি উশাহ ল'লে। এই মানুহজনেৰে ঔৰষজাত শিশুক তেওঁ এনেদৰেই শুঙি চাব খোজে। হেপাহ পলুৱাই ল'ব খোজে সেই শিশুৰো শৰীৰৰ নিৰ্যাস !

৷ মুখত কামিজটো হেঁচি বহু সময় বেগম একেদৰেই ব'ল। চকুৰ কোণেৰে ধীৰ গতিত ; নামি আহিল তপত অশ্রু।

তেনেতে দীবানখানাৰ দুৱাৰ খুলি ঘৰৰ মানুহজনৰ প্রৱেশ ঘটাৰ উমান পোৱা গ' ল। বেগমে চকুলো মোহাৰি চিলাইত মন দিলে।

'বেগম !'

পতিৰ স্নেহসনা মাতত মানুহজনীয়ে তেওঁৰ ফালে ঘূৰি চালে। মানুহজন যেন খু ৰ ক্লান্ত। যেন বৰ অকলশৰীয়া। যেন খেলিবলৈ বিচাৰোঁতে সংগী সকলে দলত ( নালোৱা কোনো অসহায় শিশু !

বেগম আগুৱাই গ'ল। পতিক কামিজ খোলাত সহায় কৰি দিলে। সেই কামিজটোৰ অৱস্থা আছিল আক পুৰণৈলগা। তাৰ অনেক ঠাইত চিলাই এৰাইছিল। ফাটি উৰলি গৈছিল তাৰ আস্তিন।

কিছু অভিযোগ ভৰা অভিমানী কণ্ঠেৰে বেগমে ক'লে 'মিঞা তুমি ইমাম জ নহ হৈ তালে নাযাবাচোন _।'

পত্নীৰ কথাত গালিবৰ হাঁহি উঠিল। হাঁহি হাঁহিয়েই সুধিলে- 'তুমি জানো জানা মই ক'লৈ যাওঁ ?'

'জানো সেই কাৰণেই কৈছো।'

'ওহো, তুমি নাজানা। জানিলে কোনো বেগমে তেওঁৰ মিঞাক এনেকৈ ক'ব নোৱাৰে। নকয়।'

কথা কৈ কৈয়ে তেওঁ পালেংখত বহিব খুজিলে। বেগম তেওঁৰ সন্মুখত ব'লগৈ আৰু আলফুলে পতিৰ শিৰ নিজৰ বুকুত সাৱটি ধৰি লাহেকৈ ক'লে-

'জানো মিঞা, মই সকলো জানো। তথাপি কওঁ তুমি জলহৰ দৰে তালৈ নাযাবা। সকলোৰে দৃষ্টিত তুমি সুন্দৰ হোৱা _।

গালিব যেন শিল হৈ পৰিল। কিছুপৰ তেওঁ তেনেকৈয়ে ব'ল। বেগমৰ শূন্য বুকুখন তেওঁ এজাক শিশুৰ কলকলনিৰে ভৰি পৰাৰ কামনাৰে অত্যন্ত আবেগিক হৈ পৰিল _।

তেনেতে এক আচহুৱা শব্দ শুনা গ'ল। গালিবৰ নিচা ইতিমধ্যে কাটিছে। পত্নীৰ সান্নিধ্য এৰি মুহূর্ততে তেওঁ চাকিগছি লৈ সেইফালেই ঢাপলিয়াই গ'ল। হয়,

বেগমে স্নান কৰা কণমানি খোটালিটোৰ ছাদৰ একাংশ খহি পৰিছে।

শ্লথ খোজেৰে তেওঁ ভিতৰলৈ উভতি আহিল। বন্ধু আলাউদ্দিন খানলৈ ততাতৈয়াকৈ এখনি পত্র লিখিলে-

' ... মিঞা তোমাক কি ক'ম মোৰ বিপদৰ কথা। বেগম থকা কোঠাৰ বেৰাত ফাঁট মেলিছে, খহি পৰিছে তেওঁ স্নান কৰা কুঠৰীৰ ছাদ। দোকানত ধৰুৱা হৈ গৈ আছো, তুমি ভাবিবও নোৱাৰা- মই কিমান হতাশাত ডুবি গৈছো ...।

সকলো শূন্য হৈ আহিছে দিনকদিনে, সকলো শূন্য ...।'

নির্বিকাৰ হৈ উমৰাও বেগম জুপুকা মাৰি বহি থাকিল। ৰাতিৰ সাঁজৰ বাবে কি খাদ্য প্রস্তুত কৰে তেওঁ এতিয়া ? পতিৰ বাবে যেনেতেনে চুকহা এবাতি আৰু দুখন কটীৰ যোগাৰ হ'ব। আচলতে কটা ছখনেই আছিল। কিন্তু দানী গালিবে তাৰে চাৰিখন কটী ভিক্ষাৰীক দান কৰি পেলাইছে আবেলিয়েই।

তেওঁ মূৰ তুলি পত্র লিখি থকা গালিবলৈ চালে। দৰাচলতে সন্তানহীনতা আৰু দৈন্যৰ বাহিৰে কবিৰ আৰু অন্য একো দুখ থাকিব নালাগিছিল। দুপইচা হাতলৈ আহিলেই তেওঁ জুৱাখেলত বহেগৈ। দুখ যেন মানুহজনৰ বাবে একধৰণৰ বিলাসিতা হৈ উঠিছে।

এটা সময়ত মানুহজন ঘৰৰ পৰা নীৰৱে ওলাই গ'ল আৰু সেই ৰাতি তেওঁ ঘৰলৈ উভতিয়ে নাহিল।

... আৰু এটা নতুন পুৱাৰ পুনৰ আগমন ঘটিল। বেগমে চর্বতগিলাচ ঢাকি থৈ ঘৰ-দুৱাৰ পৰিষ্কাৰ কৰাত লাগি গ'ল। ক্রমাৎ বেলি আহি মূৰৰ ওপৰ পালেহি। অস্থিৰভাৱে বেগমে ইটো সিটোত মনোযোগ দিয়াৰ চেষ্টা কৰিলে। জুকিয়াই থ'লে পতিৰ কবিতাবোৰ। আটাইবোৰেই আছিল প্রেমৰ মালিতা। জীৱনত নিহিত হৈ থকা প্রেমৰ বৈদ্যুতিক চমকেৰে লিখা মানৱ, প্রকৃতি, ঈশ্বৰ আৰু পৃথিৱীৰ স্তুতি।

উমৰাও বেগমৰ অস্থিৰতাই সীমা অতিক্রম কৰিলে। ইমান সময় ! যোৱা নিশাই ঘৰৰ পৰা ওলাই গৈছে মানুহজন। আজি এতিয়া এই ভৰ দুপৰলৈকে তেওঁৰ দেখা-সাক্ষাৎ নাই।

দুৱাৰত শিকলি লগাই তেওঁ ঘৰৰ বাহিৰ হ'ল। কিন্তু ক'লৈ যাব তেওঁ ?

ক'ত বিচাৰিবগৈ পতিক ? বাঈজীৰ কুঠীত ?

খোজ বৈ গ'ল তেওঁৰ। যাবনে তালৈ ? উচিত হ'বনে ? নাই নাই, একো উচিত অনুচিতৰ প্ৰশ্ন নাহে ইয়াত। বাটৰ পৰাই কাৰোবাক সুধি গম ল'ব তেওঁ, অত মিঞা বহি আছেনেকি ? আছে যদি বহি থাকক। তেওঁ ঘৰলৈ উভতি আহিব। নিচা ফাটি যোৱাৰ পাছতো বিষাদমনেৰে নিশা ঘৰ এৰা মানুহজনৰ যেন একো অপায় অমংগল নহওক।

... বেগমে খোজ খৰ কৰিলে। সেইখিনিৰ কেঁকুৰীটো ঘূৰোঁতেই হঠাৎ তেওঁৰ চকুত পৰিল কাৰোবাৰ জানাজা বাহিৰ হৈছে। হে আল্লা ! কোন সেয়া ! তেওঁ বাটৰ একাষত ৰ'লগৈ। সমদলটো পাৰ হৈ গ'ল। সেইখিনিতেই ফলৰ ৰস বেচা মনচুৰ মিঞাৰ দোকান। তেওঁ মিঞাক সুধিলে-

'কোন আছিল সেয়া ?'

'বাঈজী। চুন্নীবাঈ।'

'কোন ??'

হৰস্‌কৈ যেন বেগমৰ ভৰিৰ তলৰ মাটি চপৰা খহি পৰিল। চুন্নীবাঈ ?' তেওঁৰ মানুহজনৰ অজস্ৰ কবিতাৰ প্ৰেৰণা, প্ৰেম আৰু আকৰ্ষণ চুন্নীবাঈৰে মৃত্যু ঘটিছে ?

উমৰাও বেগমে ঢপলিয়াবলৈ ধৰিলে। আগ-পাছ একো নভবাকৈয়ে তেওঁ চুন্নাজানৰ কুঠীৰ ফালে ঢাপলি মেলিলে।

হয়, সেই পথেৰে এইমাত্ৰ পাৰ হৈ গৈছে চুন্নাজানৰ শবযাত্ৰা। আৰু এয়া অৰে দাঁতিত আঁঠুত মূৰ গুজি বহি আছে গালিব। দৰবাৰী কবি আচ্ছাদুল্লা খান।

ঢপলিয়াই যোৱা বেগম হঠাৎ বৈ গ'ল। হয় যি হয় এয়া তেওঁৰ ঘৰৰ মানুহজনেই হয়। এয়া তেওঁ যোৱা ৰাতি নিজহাতে সী থোৱা কামিজটো পিন্ধি বহি আছে মানুহজন। 'য'লৈকে নোযোৱা মিঞা তুমি জলহ হৈ নাযাবা।' এয়া তেওঁ তেওঁৰ আটাইতকৈ শ্ৰেষ্ঠ কামিজটো পিন্ধি বাটৰ ধূলিত বহি আছে এডোখৰ গছৰ মূঢ়া হৈ।

বেগম কন্তেক ৰ'ল। উশাহ সলালে আৰু চেনেহেৰে পতিৰ হাত স্পৰ্শ কৰি ক'লে-

'মিঞা উঠা। ঘৰলৈ ব'লা।'

ধীৰেৰে মানুহজনে পত্নীৰ মুখলৈ মূৰ তুলি চালে, মৃত্যুৱে আঁচুৰি পেলাইছে তেওঁৰ প্ৰেমময় চকু।

তেওঁ বহাৰ পৰা উঠিল। আৰু পত্নীৰ পাছে পাছে তলমূৰকৈ ঘৰৰ বাট ধৰিলে। বেগমে কিছুদূৰ গৈয়ে মাত মাতিলে-

'সকলো মানুহেই এদিন কবৰস্থানলৈ যায় মিঞা।'

আকাশে বিজুলীয়াইছিল। বেলিৰ ৰ'দ থাকোঁতেই নামি আহিছিল আকাশৰ পৰা দপদপীয়া বৰষুণ।

গালিব ৰ'ল। বেগমৰ চকুত চকু থৈ স্বগতোক্তি কৰিলে।

'অনেকবাৰ কবৰস্থানলৈ গ'লো বেগম। তুমিও গৈছা।

আমি দুয়ো গৈছো, বাৰে বাৰে _ মুঠতে পাঁচবাৰ নহয়নে ?

বেগমৰ বুকু গধূৰ হৈ পৰিল। তথাপি ক'লে- 'সব বুজা তুমি।' গালিবে তলমূৰকৈ পুনৰ খোজ ল'লে। সকলো শূন্য হৈ পৰিছে আজি ! জীৱনৰ শেষ সম্বলকনো ভাগ্যই কাঢ়ি লৈ গৈছে যেন ! নিচেই কাষতে পত্নী থকাৰ পাছতো চুন্নাজানৰ বাবে তেওঁ বাউল হৈ পৰিল !

ঘৰ গৈ পাই তেওঁ চিধাই আঙুৰ ৰসৰ পাত্ৰটি বাহিৰ কৰিলে। কিন্তু এগৰাকী সতৰ্ক অভিভাৱিকাৰ দৰে বেগমে হাতত ধৰি বাধা দিলেহি।

'কি কৰা মিঞা। যোৱা নিশাৰ পৰা পেট খালী তোমাৰ। আহা, এগিলাছ চৰ্বত পি লোৱা প্ৰথমে। সন্ধিয়া মই কাবাব বনাই দিম, তেতিয়া কৰিবা নিচা _।'

'মই কেনেকৈ জী থাকিম বেগম ? কোনো নাই আৰু _।'

বেগম নীৰৱে ৰ'ল। এয়া তেওঁৰ সন্মুখতেই প্ৰেয়সীৰ মৃত্যু-শোকত ভাগি পৰিছে তেওঁৰ পতি। তথাপি বেছ ধৈৰ্যৰে তেওঁ পুৰণি বাক্যকে দোহাৰিলে-

'তুমি সব বুজা মিঞা ! আহা, চাৰপাইলৈ আহা।'

তেওঁ পতিক জিৰণি ল'বলৈ দি চৰ্বত আনিবলৈ গ'ল। বাহিৰত তেতিয়াও বৰষুণ। হো-হোঁ কৰে বতাহ বলিছে। বোধকৰো মেঘেও ঢাকি ধৰিছে উজ্বল বেলি। ঘৰৰ ভগ্ন ছাদেৰে টপটপকৈ সৰি পৰিছে বৰষুণৰ টোপাল। চকু হাল মুদি গালিবে স্বগতোক্তি কৰিলে-

'ইয়ে ইস্‌ক নে হামকো নিকম্মা বনা দিয়া, নেহী তো দিখা দেতে হামভী আদমী, থে কামাল কী ...।'

হাতত চৰ্বতৰ গিলাচ লৈ বৈ গ'ল। উমৰাও বেগম। পতিৰ কাষত বহিল আৰু আঁচলেৰে মোহাৰি দিলে সেই মুখ। গালিবে চকু মেলি চালে। সেই চাৱনিত এক অজান বালকৰ নিঃসংগতা, জীৱনৰ প্ৰতি কাতৰতা স্পষ্ট হৈ উঠিছিল।

সহিব নোৱাৰি বেগমে তেওঁক আঁকোৱালি ধৰিলে। সন্তানক স্নেহ কৰাৰ দৰে পতিৰ কপালত চুমা খাই চকুত চকু থৈ ক'লে—

'আমি জীৱনটো আকৌ নতুনকৈ আৰম্ভ নকৰো কিয় মিএগ্ৰা? মাঝাৰলৈ এজন অদ্ভুত পীৰৰ আগমন ঘটিছে। তেওঁৰ দোৱাতে আমাৰ আকৌ সন্তান উপজিব চাবা ...।'

পীৰ, দৰগাহ, আল্লা।

গালিবৰ হাঁহি উঠিল। হাঁহি পেলালে তেওঁ। অভিমানী কণ্ঠেৰে বেগমে তেওঁক এৰি দি ক'লে—

'থাকা তুমি এনেকৈয়ে। মই মাঝাৰলৈ যামেই ...।'

গালিবে স্নেহমিশ্ৰিত চাৱনিৰে উমৰাও বেগমৰ মুখলৈ চাই পঠিয়ালে। এই উমৰাও বেগমৰ দৰে মানুহৰ বাবেইতো চলি আছে জীৱন, জন্ম-মৃত্যুৰ পৰিক্ৰমাত বাউল হোৱা নাই মানুহ, মৃত্যু শোকত ছাই হৈ পৰা নাই, বাৰে বাৰে দুখ-যন্ত্ৰণাৰ ভগ্নস্তূপৰ ওপৰতে গঢ়ি উঠিছে নতুন সভ্যতা ...।

■ আজিৰ অসম, সাপ্তাহিক সাহিত্য আলোচনী, ৬ নৱেম্বৰ, ২০০৫।



## ▭ শৃংখল ▭

সো-সোকৈ তামোলজোপাৰ পৰা চুঁচৰি নামি অহা ৰত্নলৈ নেহাই একান্তমনেৰে চাই ৰ'ল। সি সেইজোপাৰ পৰা নামি আকৌ আন এজোপাত উঠিবলৈ উদ্যত হ'ল। এখাপ নে দুখাপ উঠিযেই দুয়োহাতৰ তলুৱাত থুৱাইহে উঠিল যেন সি। তাৰ পিছতে গছজোপাত বগাই গ'ল । গছৰ ওপৰৰ পৰা সি বাৰাণ্ডাৰ খুঁটাত হেলান দি বৈ থকা নেহালৈ চালে। নাই নাই. তামোল-নাৰিকলৰ পাতৰ ফাঁকেৰে মনিব নোৱাৰি তাইৰ মুখ। কিন্তু স্পষ্টকৈ দেখা গৈছে নীলা চেলোৱাৰৰ তলেৰে ওলাই থকা তাইৰ ধুনীয়া ভৰিহাল। মনটো অজানিতে ভাল লাগি গ'ল ৰত্নৰ। কিমান দিনৰ মূৰত গাঁৱলৈ আহিছে নেহা। দুবছৰৰ আগতে দিল্লীৰ পৰা আহোঁতে তাই যেন বৰ সৰু আছিল। চুটি স্কাৰ্ট পিন্ধিছিল। মূৰৰ চুলিও আছিল চুটি। তেতিয়া তাইৰ মাকো জীয়াই আছিল। গাঁৱৰ পৰা দিল্লীলৈ গৈয়ে সেইবাৰ মাকৰ পেটৰ কিবা এটা অপাৰেশ্বন হৈছিল। দেউতাক ঘৰত নাছিল। নেহাই পঢ়ি আছিল। সেয়েহে হেনো কাকো আমনি দিব নুখুজি তেওঁ নিজেই গাখীৰ তপতাবলৈ গেছ জ্বলাব খুজিছিল। এবাৰ দুবাৰকৈ কেইবাবাৰো জুইশলা কাঠিমাৰি জ্বলাব নোৱাৰা গেছৰ চুইচ যে খোলা আছিল. মানুহগৰাকীয়ে মন নকৰিলে। ফলত ঘপকৈ এবাৰ জ্বলি উঠা কাঠিৰ শিখাই হঁচকৈ জ্বলাই দিছিল মানুহকে ধৰি গোটেই পাক-ঘৰটো। ...... ...হাস্পতালত কেৱল এঘণ্টা জীয়াই থাকি তেওঁৰ মৃত্যু ঘটিছিল। অপাৰেশ্বন কৰাৰ পাছত নৰম হৈ থকা নাইটোতে খোপনি পুতি ধৰিছিল জুয়ে।

কেনে দিন আছিল সেইবোৰ। খবৰটো গাঁৱৰ ঘৰত পোৱাৰ লগে লগেই যে কি হুৱাদুৱাখন লাগিছিল. সেয়া সি আজিও পাহৰিব পৰা নাই। সৌ সিদিনাৰহে ঘটনা যেন সেয়া ! অথচ দুবছৰ পাৰ হৈ গৈছে. দুবছৰ.........। তাৰ পাছতে চন্দ্ৰ ককাইদেউ অমৃতচৰলৈ বদলি হৈ গুচি গৈছিল । লগত লৈ গৈছিল নেহাক।

ঘৰখনৰ আইতা. ডাঙৰ ককাইদেউ-নবৌ সকলো আলৈ গৈ চন্দ্ৰ ককাইদেউ আৰু নেহাৰ শোকৰ ভাগ-বতৰা কৰি লৈছিলগৈ। আই তেতিয়া মেট্ৰিক দি উঠিছিলহে।

মাকক হেকৱাই কেনেদৰে দুখ কৰিছিল তাই, ঘৰৰ আপোন মানুহবোৰক পাই কিদৰে মাকক সুঁৱৰিছিল এইবোৰ কথা ৰত্নই নাজানে। নাজানে নহয়, সি ভাবিবতো নোখোজেই, গমো নল'লে। আজি পঁচিশ বছৰ বয়সলৈকে এই ঘৰত চাকৰ খাটি থাকিলেও সি প্ৰত্যেকৰে সুখ-দুখ বৰ সংবেদনশীলভাৱে অনুভৱ কৰি আহিছে। কাহানিও ক'ৰবাৰ কোনোবা বুলি ভাবিব নোৱাৰে দেখোন এই ঘৰৰ মানুহখিনিক। ইয়াৰ প্ৰথম আৰু প্ৰধান কাৰণ হৈছে তাৰ প্ৰতি মানুহখিনিৰ স্নেহ আৰু ভৰষা _ _ ।

-- তামোলজোপাত টোকোৰাৰ বাহ কিছুমান ওলমি আছিল। গছজোপা জোঁকাৰি সেইবোৰ ফলৰ দৰে সৰাবলৈ যেন অদম্য ইচ্ছা জাগি উঠিল ৰত্নৰ বুকুত। যেন সেইবোৰ সৰি পৰা দেখিলেই বাৰাণ্ডাৰ খুঁটা এৰি তামোলৰ তললৈ ঢপলিযাই আহিব নেহা। আলফুলে বুটলি টোকোৰাৰ বাহ এটা, তাই ওপৰলৈ মুৰ তুলি চাই মিঠাকৈ হাঁহিব। এৰা, সিয়েই বিয়পাব সেই নিষ্পাপ হাঁহি তাইৰ নিস্পৃহ মুখত।

সি গছৰ ওপৰৰ পৰাই খিঙিয়ালে তাইক। গছৰ তলৰ্লৈ মাতিলে। তাই বাৰাণ্ডাৰ চিৰি দুটা নামি আহি সহজ মাতেৰে সুধিলে, 'কিয় ?'

ঃ টোকোৰাৰ বাহ চুই পাইছা কেতিযাবা ?

ঃ ওঁহো ।

ঃ আহা তেন্তে, মই পাৰি দিম ____।

ঃ নালাগে।

উত্তৰটো দিয়েই তাই খৰখোজেৰে বাৰাণ্ডাত উঠি নেদেখা হৈ গ'ল।

তামোলখোক পাৰি ৰত্নও সো-সোকৈ নামি আহিল। পাকঘৰৰ বাৰাণ্ডাৰ দীঘলীয়া বেঞ্চখনতে চন্দ্ৰ ককাইদেউ বহি আছিল। তেওঁৰ কাষতে ককাইদেউৰ বন্ধু পৰমেশ ককাইদেউ। সি তামোলখোক বাৰাণ্ডাতে থৈ মাটিত বহি সেইবোৰ থোকৰ পৰা একৰাই পাচিলৈ দলিয়াই গ'ল। চন্দ্ৰ ককাইদেউৰ মাত গলগলীয়া, কথাবোৰ শুৱলা। তেওঁ বন্ধুক আথে-বেথে অমৃতচৰৰ কাহিনী কৈ আছিল ____।

ঃ আচৰিত হ'বি পৰমেশ, মই যিটো গলিত থাকো নহয়, সেই ঠাইতে যে এসময়ত বৃটিছৰ কি দৌৰাত্ম্য আছিল শুনিলে আচৰিত হৈ যাবি। সেয়া কেনে কষ্টকৰ দিন আছিল ভাৰতীয় মানুহৰ !

ঃ ক'চোন ক'।

: জালিয়ানাৱালাবাগৰ কাহিনীতো জানই ......।

: এৰা ।

: সেই সময়ত নগৰৰ শাসনভাৰ সামৰিক বিভাগৰ হাতত। অধ্যক্ষ আছিল জেনেৰেল ডায়াৰ। ডায়াৰক জান নহয় ? তেঁৱেই জালিয়ানাৱালাবাগত সেই হত্যাকাণ্ড চলাইছিল। ..... আমাৰ গলিটোত সেই হত্যাকাণ্ডৰ পাছত মিছনেৰী লেডী ডাক্তৰ এগৰাকীক হেনো ভাৰতীয়ই আগভেটি ধৰিছিল। কথা লগে লগে ডায়াৰৰ কাণত পৰিলগৈ। এনেও মানুহৰ শাস্তি বোলা বস্তুটো নাছিলেই, এইবাৰ ডায়াৰে চোকা নিৰ্দেশ দিলে যে সেই গলিয়েদি যাব খোজা প্ৰত্যেকেই পেট পেলাই চুঁচৰি যাব লাগিব .........।

: ইচ ইচ ! বগুৱাবাই ? বুঢ়া-থেৰা সবেই ?

: ওঁ ।

: ইচ ইচ !

: তাৰ আগতেই ইলেট্ৰিক ছাপ্লাই আৰু ওৱাটাৰ ছাপ্লাইও বন্ধ কৰি দিছিল। চাইকেল চলোৱা বা দুজন মানুহ ৰাস্তাৰে একেলগে পাৰ হৈ যোৱা, এইবোৰ চব বন্ধ আছিল। আমি থকা গলিটোৰ এজনে ৰাতিৰ অন্ধকাৰত পেট দাঙি আঁঠুকাঢ়ি যোৱা গম পাই নগৰৰ ঠায়ে ঠায়ে থকা কোনোবা এটা ত্ৰিভুজত থিয় কৰাই বেলি ওলোৱাৰ পৰা মূৰ্চ্ছা নোযোৱা পৰ্যন্ত বেতেৰে কোবাই গৈছিল সন্ধ্যালৈকে .......।

: ইচ ইচ .........।

: গলিটো তেতিয়া ইটাৰ আছিল। ভগা -ছিগা টুকুৰা-টুকুৰ ইটাৰ..।

চন্দ্ৰ ককাইদেউৰ কাহিনী শুনি তাত বহি থাকিবলৈ পিছে ৰত্নৰ হাতত সময় নাছিল। তামোলবোৰ থৈ সি পদূলিৰ ফালে ওলাই গ'ল। পদূলিৰ সন্মুখৰ বাট পাৰ হ'লেই সোণোৱালী পথাৰ। নঙলাৰ বাঁহতে ভেঁজা দি ওচৰৰে ছোৱালী এজনীৰ স'তে নেহাই কথা পাতি আছিল। সি চিধাই নেহাক সুধিলেগৈ- 'মোৰ লগত এফালে যাবা নেকি ?'

তাই তাৰ মুখলৈ চালে। সি কৈ উঠিল-

: তুমি গৈ ভাল পাবা। বেলিফুলৰ খেতিভৰাতো তুমি দেখাই নাই ....।

: ক'ত আছেনো ?

: সৌ পথাৰৰ সীমাত। ৰেল লাইনৰ সিপাৰে .......।

ঃ দূৰ নহ'বনে ?

ঃ ওঁহো। ইয়াৰপৰা দেখিছা কাৰণেহে। গৈ থাকিলে গমেই নাপাবা। যাবা ?

ঃ মনটো আছিল ........।

ঃ ব'লা তেন্তে। ঐ আইজনী, আইতাক কৈ দিবি, নেহাক মই ফুৰাবলৈ নিছো বুলি ......।

আগে আগে ৰত্ন। পাছে পাছে নেহা। ওখোৰা মোখোৰা পথাৰৰ আলিত নেহাৰ অস্থিৰ খোজ। বাৰে বাৰে ভৰি বেঁকা হৈ পিছলি পৰিব খোজে। গা অঁকিয়াই নিব খোজে ধানৰ ধাৰাল পাতে।

ঃ ইয়াত থাকি কেনেকুৱা লাগিছে ?

ৰত্নই তাইলৈ উভতি নোচোৱাকৈয়ে সুধিলে। কিন্তু তাই একো নাখাণ্ডিলে। ৰিবৰিব বতাহত ডুলি থকা ধাননিলৈ লদি এটা মাৰি সি আকৌ সুধিলে-

ঃ অমৃতচৰত বেছি ভাল লাগিছিল নেকি ?

কোনো শব্দ নোতোলাকৈ য'ত লদিটো পৰিলগৈ, সেই ঠাইৰ আশে-পাশে এটা লহৰ তুলি চৰাই এজাক উৰি গ'ল। লগে লগে ৰৈ গ'ল নেহাৰ খোজ। স্পষ্ট মাতেৰে সুধিলে তাই, 'কি চৰাই সেয়া ?'

ঃ ক'ত ?

ঃ এইমাত্ৰ যে উৰি গ'ল।

ঃ অ' টুনী।

চৰাইজাক পুনৰ আন এডৰা ধাননিত পৰিলগৈ। হুঁচ-হুঁচ....হুঁচ-হুঁচকৈ দহ খোজ দূৰৈৰে পাৰ হৈ গ'ল এখন মালগাড়ী। নেহাই টুনীজাক আকৌ উৰিছে নেকি চালে। নাই, সিহঁতে ৰেলগাড়ীৰ বিকট আৱাজ যেন শুনাই নাই।

ঃ ব'ল।

ৰত্নৰ মাতত তাই আকৌ খোজ ল'লে তাৰ পাছে পাছে। সেইখিনি খিয় গৰা। নতুনকৈ পেলোৱা ৰেললাইনৰ পাথৰ বাগৰি পৰি আছে যেনি-তেনি। ৰত্ন ঘপাঘপ উঠি গ'ল। তাই চেণ্ডেলযোৰ হাতত লৈ খুপি খুপি উঠিও আথাতে ৰৈ ৰত্নলৈ চালে। সি আওৱাই আহি হেণ্ডেলৰ দৰে কিবা এডাল আগবঢ়াই দিলে। হেণ্ডেল নে মাৰি ? নহয় নহয়, বাঁহী। এটা সঁচাসঁচি বাঁহী। সেইটোতে ধৰি তাই ওপৰলৈ উঠি গ'ল।

হাতৰ মুঠিৰ বাহীটো তেতিয়াও এৰিব খোজা নাই যেন তাই। ৰত্নই সেইটোলে চাই ক'লে- দিয়া।

তাই মুঠিটো শিথিল কৰি দিলে আৰু তালৈ চাই সুধিলে- 'বাজেনে এইটো ?

ঃ ওঁ, বাজে।

তাই সেইটোলৈ চাই ৰ'ল। ৰত্নই সেইটো কঁকালত খুঁচি লৈ তাইলৈ চাই ক'লে- 'উঁ, বাঁহীলৈ চাই থাকিলে কিটো হ'ব ? সন্মুখলৈ চোৱা, সন্মুখলৈ...।'

দৃষ্টি ঘূৰাই যি দৃশ্য দেখিলে নেহাই, তাই অবাক হৈ গ'ল। স্তব্ধ হৈ ৰৈ গৈছে যেন ঘূৰ্ণীয়মান পৃথিৱী, আকাশ আৰু পৃথিৱী য'ত একাকাৰ হৈ যাব খুজিছে তাতেই যেন ৰাশি ৰাশি সূৰ্যমুখীয়ে বৈঠক পাতি বহিছে .. ...। আস কি নয়নাভিৰাম দৃশ্য ! অমৃতচৰৰ স্বৰ্ণমন্দিৰৰ নৈশশোভা অথবা চলন্ত ৰেলৰ খিৰিকিৰে দেখা পোৱা নৈসৰ্গিক শোভা ইয়াৰ তুলনাত একোৱেই নহয়। এই পৃথিৱীতে ইমান সৌন্দৰ্য থুপ খাই আছেনে ? সমুদ্ৰৰ প্ৰৌঢ় সৌন্দৰ্য, ধান অথবা ঘেহুঁখেতিৰ সহজাত সৌন্দৰ্য সেইবোৰ বিচাৰি উন্মুখ হৈ উঠিছিলনে তাই কাহানিবা ? ওঁহো, মনত নপৰে। জীৱন .........জীৱন .. কি এই জীৱন ? মাকৰ অকাল মৃত্যুৱে নদীত উঁহাই লৈ ফুৰিছে তাইক। কোনোদিনে ভাবিব পৰা নাই এই জীৱনেও যে এধানি বিশ্ৰান্তি বিচাৰি পাব পাৰে নিৰ্মল সৌন্দৰ্যৰ মাজত ....... !

ঃ ব'লা, আমি নামি যাওঁ !

ৰত্নৰ কথাত তাইৰ যন্ত্ৰবৎ খোজ চলিল। এডৰা বিশাল হালধীয়া বেলিফুলৰ খেতিৰ মাজত থকা বটজোপাৰ ফালে আগুৱাই গ'ল সিহঁত। আটাইবোৰ ফুলেই তেতিয়া বেলিৰ ফালে মুখ কৰি আছিল। গুণ গুণ......গুণ গুণকৈ উৰি ফুৰিছিল অগণন মৌ মাখি.........। নিদ্ৰামগ্নতাৰে, স্বপ্নবিষ্টতাৰে খোজ কাঢ়ি গ'ল তাই ৰত্নৰ পাছে পাছে।

বটজোপাৰ শিপাৰ উখহা অংশ এটা হাতেৰে মোহাৰি সি তাইক ক'লে- 'বহা ইয়াতে'।

মন্ত্ৰমুগ্ধতাৰে বহিল তাই। সিও এখোপ তলতে বহিল তাইৰ সন্মুখতে। পিঠি দি বহিল। আৰু সুধিলে তাইক

ঃ অমৃতচৰত এনেকুৱা ধুনীয়া ঠাই আছেনে ?

ঃ ওঁহো, নাই চাগে ।

ঃ চাগে নহয়, নায়েই। দেখিছা, এইডোখৰৰ পৰা সৌ সেইখিনিলৈকে এইডৰা খেতি নতুন। সিফালৰ পৰা সৌ...... সৌ ধাননিড়ৰা দেখিছা ? সেইখিনি আগৰ.... .।

ঃ বাঁহীটো নাবাজে ?

ঃ শুনিবা নেকি ?

ঃ ওঁ।

ঃ তোমালোকৰ তাত কোনেও বাঁহী নবজায় চাগে নহয়নে ?

ঃ ক'ব নোৱাৰো।

ঃ শুনিছো, তাত বোলে গোটেইখন পঞ্জাবী মানুহেৰেই ভৰি থাকে ?

ঃ .......... ..।

ঃ কি গান বজাম কোৱা ?

ঃ যি ভাল লাগে ?

ৰত্নই ওঁঠত বাঁহীটো লগালে। এডোঙা পানীত গাখীৰৰ এটি ক্ষীণ সুঁতি বাগৰি সৃষ্টি কৰা অনির্দ্ধাৰিত ছবিৰ দৰে ঢৌ তুলি ধীৰে ধীৰে এটি মিঠা মাত বতাহৰ বুকুলৈ বাগৰি গ'ল। আৰু ক্রমশঃ সেই মাতে এক পুৰণা হিন্দী গীত গাবলৈ আৰম্ভ কৰিলে......।

দুচকু জপাই ধৰিলে নেহাই। আঁঠুৰ মূৰত কিলাকুটিৰে ভেঁজা দি হাতেৰে নিজৰ মুখখনক আলফুলে ধৰি বহি ৰ'ল তাই । ৰত্নৰ হাওঁফাওঁ ফালি বাহিৰ হৈছে আজি সুৰৰ মতলীয়া উৎসৱ। দেওপাৰি উঠিছে মধুকৰ, মাতাল হাতেৰে চুই গৈছে বতাহে সূৰ্যমুখীৰ হালধীয়া পাপৰি।

সুৰৰ যেন অন্তই নপৰিব ৰত্নৰ। ইটোৰ পাছত সিটোকৈ অতি চিনাকি অথচ প্রাচীন সুৰ তুলি গৈছে সি...।

গালত ভেঁজা দি ৰখা নেহাৰ হাত যেন শিথিল কৰি পেলাইছে সেই বাহীবাদনে। ধীৰেৰে চকু মেলিলে তাই। সন্মুখৰ দৃশ্য চকুৰ পানীৰে জুলমল জুলমল...। তাই ৰত্নলৈ চালে। টনটনাই ফুলি উঠিছে তাৰ ডিঙিৰ সিৰা। একান্ত মনেৰে দুচকু মুদি বাঁহী বজোৱা ল'ৰাটোলৈ হঠাৎ এক অদ্ভুত মায়া জাগিল তাইৰ। আৰু আগ-পাছ

নুগুণি, আকাশ আৰু পৃথিৱীৰ সেই হালধীয়া বৈঠকতে তাই আলফুলে পাছফালৰ পৰা মেৰিয়াই ধৰিলে তাৰ ডিঙিত।

যিমান আকস্মিকভাৱে ঘটনাটো ঘটিল, সিমান আশ্চৰ্যৰে স্তব্ধ হৈ পৰিল বাঁহী। আধাতে স্থবিৰ হৈ  বৈ গ'ল সুৰৰ স'তে গতি কৰা মোহনীয়া চৰাচৰ।

ঃ ই_ ই_ চ্। কি কৰিছা নেহা !

গাত যেন গছৰ ওপৰৰ পৰা সাপহে সৰি পৰিল, ৰত্ন ৰহাৰ পৰা জঁপ মাৰি ছিটিকি পৰিল। নেহাৰ চকু তেতিয়াও ঢুলু ঢুলু। কিন্তু আচৰিত ধৰণে তাত এক অদ্ভুত জ্যোতি দেখা গৈছিল।

ঃ ব'লা ব'লা। ঘৰলৈ ব'লা।

কৈয়েই সি গজগজ কৰে অহা বাটে উভতি খোজ ল'লে। মন্ত্রমুগ্ধা নেহা তেতিয়াও নিশ্চল হৈ বহি ৰৈছে। দুখোজ গৈয়ে সি ৰ'ল। তাইক মাতিলে

ঃ উঠি নাহা কিয় ? মই কিন্তু গ'লো।

এইবাৰ সি কেনিও নোচোৱাকৈ গৈ ৰেললাইনৰ ঢাপত উঠি তাইলৈ এখন্তেক ৰ'ল। পুনৰ বাঁহীটো আগবঢ়াই তাইক উঠাত সহায় কৰিলে আৰু গজগজাই ঘৰলৈ বুলি গোঁৱাৰৰ দৰে তাইৰ আগে আগে গৈ থাকিল।

সেই ৰাতি ৰত্নই এটা সপোন দেখিলে। বেলিফুলৰ মাজেৰে বটজোপাৰ তললৈ যোৱা লুংলুঙীয়া বাটটোৰে সি বগুৰা বাই অহা-যোৱা কৰিবলৈ ধৰিছে। আৰু বটৰ তলত হাতত চাবুক লৈ ৰৈ আছে জেনেৰেল ডায়াৰৰ ৰূপত চন্দ্র ককাইদেউ। বগুৰা বাই বাই তাৰ গেঞ্জী-হাফ্‌পেণ্টৰ কাপোৰ ফালিবলৈ ধৰিছে_ ওখোৰামোখোৰা মাটিত ঘঁহনি খাই এৰাবলৈ ধৰিলে শৰীৰৰ ছাল_ আৰু বিৰিঙি বিৰিঙি ওলোৱা তেজে ৰঙচুৱা ওঁঠেৰেই যন্ত্রণাময় কঁপনি বাহিৰ কৰি তথাপি সি বগুৰা বাবলৈ এৰিব পৰা নাই। ৰেলৰ আলিত মিছনেৰী লেডী ডাক্তৰৰ ভূমিকাত ৰৈ ৰৈ নেহাই চাই ৰৈছে এই সমস্ত কাৰ্য, নিমাতে-নীৰৱে, বিনা প্রতিবাদে_।

ধহ্‌মহাই বিছনাতে উঠি বহিল ৰত্ন। ভয় নে উৎকণ্ঠাত ডিঙি শুকাই খখৰীয়া মাৰিছে। হাতেৰে সি ডিঙি-গলধন মোহাৰিলে। চকু দুটাৰে আন্ধাৰতে কিবা বিচাৰিছে যেন পিট্‌পিটালে।

কিয় এনে  হ'ল ?

আজি পোন্ধৰ বছৰে চাকৰ খটা এই ঘৰৰ মানুহৰ পৰা কাহানিও অবাঞ্ছিত ব্যৱহাৰ পোৱা নাই সি। সি নিজেও অত্যন্ত নিষ্ঠাবান হৈ ৰৈছে। মৰম কৰিছিল কেৱল, মাক নোহাৰা ছোৱালীজনীক স্নেহ কৰিছিল সি। নগৰীয়া সভ্যতাৰে লালিত ছোৱালী-জনীক দেখুৱাব খুজিছিল আন এক পৃথিৱীৰ সৌন্দৰ্য। আনন্দিত কৰিব খুজিছিল তাইক।

____বিছনাৰ পৰা নামি সি ঘটঘটাই পানী পিলে। দহবছৰ, মুঠেই দহবছৰ বয়সতে ডাঙৰ ককাইদেৱে তাক নৰকৰ পৰা বুটলি লৈ আহিছিল____।

গাকত মুখ গুজি কোনোমতে বেলি ওলোৱালৈ বাট চাই ৰ'ল সি।

ডাঙৰ ককাইদেউ ঢলপুৱাতে উঠে। নাদৰ পাৰত দাঁত ঘঁহি থকা ককাইদেউক সি পানী তুলি দিলেগৈ আৰু স্পষ্ট মাতেৰে কৈ উঠিল

: মই পামতে থাকোগৈ নেকি !

: কিয় ? এই ঘৰখন কোনে চাব ?

: মই গৈয়েই মুহীধৰক পঠিয়াই দিমগৈ। ___আচলতে ককাইদেউ, ক'লীজনী জগিবৰ সময় এতিয়া। সেইখন তেনেকৈ এৰিবলৈ মন যোৱা নাই দেখোন____।

: হ'ব তেন্তে যা। কেতিয়া যাব খুজিছ ?

: আজি।

: যা তেন্তে। ৰ'দ চোকা হৈ নাহোতেই যাগৈ____।

বিছনা চাদৰেৰে বন্ধা কাপোৰৰ টোপোলাটোত বজুই বাঁহীটোও গোঁজ মাৰি সুমুৱাই ল'লে। আৰু চাহ এবাতি খাই আইতা, নবৌ আৰু চন্দ্ৰ ককাইদেউক মাত লগাই সি দীঘলীয়া খোজ পেলাই পামলৈ।

নেহা তেতিয়াও বিছনাত।

■ ৰহস্য, অক্টোবৰ, ২০০৩

০০০০০

# ◘ মধ্যৱৰ্তী শূন্যতা ◘

হঠাৎ জোৰেৰে বাজি উঠা কলিং বে'লৰ শব্দত স্নেহা দুৱাৰলৈ আগুৱাই আহিল। ফ্লেটটোৰ ইটো পাৰ্টৰ মানুহঘৰৰ বনকৰা ল'ৰাটো।

: কি হ'ল ?

: ফোন আহিছে আপোনাৰ ....।

: কাৰ ? কোনে কৰিছে ?

: নাজানো; আপোনাক সৌ জৰীজোপাৰ কাষৰ ফ্লেটৰ কোনোবা গাংগুলী বাইদেৱে মতা বুলি ক'বলৈ দিছে ....।

গাৰ দোপাট্টা ছিৰিবে বোৱাই স্নেহা তললৈ দুপদুপাই নামি গ'ল। তলৰ বাটটো পায়ে তাই খোজ কঢ়াৰ নামত উৰিবলৈ ধৰিলে।

গাংগুলীৰ ড্ৰয়িং ৰুমত মাধুৰ্য আৰু এজন ল'ৰা বহি আছিল। উৰি যোৱাৰ কাৰণে স্নেহাৰ বুকুত উশাহৰ কচৰৎ ঘন হৈছিল। তাই আনমনা হৈ চাপৰ ছিট এটাতে বহিল। মাধুৰ্যই আনজনক কৈ আছিল: এটা কবিতাৰ বাবে কিমান পৰিশ্ৰম কৰিব লাগে মই জানোতো। নাম নকওঁ মই; সেই কাৰণেই, এজন মানুহে কবিতা লিখিব নোৱাৰাৰ কাৰণেই হেনো গদ্য লিখিছিল। কিন্তু সেয়া লিখিও তেওঁ ইমান হীনমন্যতাত ভুগিছিল যে ছদ্মনামৰ চোলা এটা পিন্ধিহে তৎ পাইছিল।

: কোন তেওঁ ? কোন বাৰু ?

মাধুৰ্যৰ কথা শুনি লগৰজন উৎসুক হৈ উঠিল। স্নেহাই সিফালৰ পৰা চকু ঘূৰালে। মুখখনত অনুভৱ কৰা ঘামৰ পিৰপিৰণি মচিবলৈ হাত দাঙোঁতেই হাতৰ মুঠিলে চকু গ'ল তাইৰ। মোবাইলটো যে! অৰুপে অৱশেষত আজিও এৰি থৈ গ'ল। ৰব বে-হিচাবী মানুহটো। তাই মোবাইলটো অন কৰিলে। ভিতৰৰ ফালে চালেও এবাৰ। নাই গাংগুলী বাইদেউৰ দেখাদেখিয়েই নাই। লাহেকৈ তাই মুখৰ পৰা উঠিল। কোঠাটোৰ কোনেও তাইলৈ মনকে নকৰিলে। যেন তাই নায়েই। তাই ওলাই আহিল। ছিৰিৰ মুখতে গাংগুলীয়ে মুঢ়ি এটাৰ লগত জোতাৰ দৰদাম কৰি আছিল। তাই নামাতিলে। তেওঁ নামাতিলে তাইক। আচলতে কোনেও যেন তাইক দেখা নাছিল।

এইবাৰ তাই বাটত উঠিল। ক্ৰমশঃ সোণোৱালী হ'ব খোজা ৰ'দৰ ৰহণত তাই বুজি উঠিল, দুপৰীয়াৰ পূৰঠ বেলিটো এৰিয়া পৰিছে, ৰসেৰে চপচপীয়াকৈ পকা ফলৰ দৰেই। খোজকাটি কাটিয়েই তাই মোবাইলত মেছেজ এটা বনাই গ'ল। হঠাৎ তাইৰ চেণ্ডেলৰ ফিটা এডাল ছিগিল। ওহ্ বুলি তাই তললৈ চালে। এই যে হাৰাই চেণ্ডেল। কিয় পিন্ধে তাই ? ফিটা ছিগে, বুঢ়া আঙুলিৰ কাষৰ পৰা গুটিটো ওলায়, কয় গৈ বাথৰুমত পিছলে ... আৰু কত কি ! কিয় পিন্ধে তাই ?

হাইস্কুলত থাকোঁতেই তাই অৰূপৰ প্ৰেমত পৰিছিল। সি তেতিয়া মেডিকেলৰ ছাত্ৰ। আচলতে তাই যেন ঠিক প্ৰেমত পৰা নাছিল। অৰু কৰুণা কৰিছিল।

: যদি তুমি হঁা কোৱা মই তেতিয়াহে পঢ়া-শুনাত লাগিব পাৰিম।

তাৰ কথাটো নাইনৰ ভূগোলৰ সামুদ্ৰিক সোঁত পঢ়া মস্তিষ্কৰে তাই বিচাৰ কৰি চাইছিল। অৰূপৰ মাক নাই। বিধৱা, কেও-কিছু নোহোৱা পেহীয়েক এজনী আৰু দেউতাকৰ স'তে থাকে সি। দেউতাকে হাবিৰ পৰা কাঠৰ কুণ্ডা আনি নিজৰ শ্ব' মিলত কিবাকিবি কৰোৱায়। কি কৰে সেইবোৰ ভাবিব তাই নুখুজিছিল। মুঠতে বুজিছিল যে সেই উপাৰ্জনেৰে মানুহজনে আৰু এখন বিয়া পাতিব পাৰিলেহেঁতেন। কিন্তু নাপাতিলে। কিয় নাপাতিলে ? কিবা এটা যেন তাই কোনেও নোকোৱাকৈ বুজি পাই গৈছিল। অৰূপৰ বাবেই। তৰ প্ৰতি থকা তেওঁৰ মৰমৰ বাবেই।

সি দীঘল দীঘল চিঠি লিখিছিল তাইলৈ। - 'চোৱা, দেউতাৰ বাবে মই কি, সেয়া মই উপলব্ধি কৰো। সেয়ে তেওঁৰ আশা-সপোনক চুৰমাৰ কৰিব নোৱাৰো। আনহাতে মই তোমাৰো কিছু সঁহাৰিৰ আশা কৰো। ভাবি চাবা, তুমি অকণমান মোক ভাল পালেই দুটা জীৱনে পূৰ্ণতা পাব পাৰে। একো কৰিব নালাগে তুমি। কেৱল মোক ভাল পাবা আৰু মেট্ৰিকৰ বাবে পঢ়িবা।'

ভালপোৱা, ভালপোৱা ... ইমান ভালপোৱাৰ অনুৰাগেৰে ধুইছিল সি তাইৰ হৃদয় যে তাই হঁা বুলি কৈ দিছিল। নহয় নহয় ক'বলৈ যেন বাধ্য হৈছিল। তাৰ পাছৰ দিনবোৰত তাই ভাবি বৈছিল- সঁচাকৈয়ে তাই ভাল পায়নে তাক ? সে এনেই কৈ দিছিল, হ'ব বাঃ। পাহৰিলে তাই।

কি হ'ল, হ'ল বুলি তাই সেইবোৰ এৰি পঞ্চানুপাতিকতাৰে প্ৰেমিকাৰ জীৱন

কটাইছিল। লম্বা লম্বা চিঠি, বন্ধবোৰত সি ঘৰলৈ আহিলে ইটো-সিটোৰ চকুত ধূলি মাৰি লগ ধৰিবলৈ যোৱা ইত্যাদিবোৰ।

খচৰ-মচৰকৈ খোজ কাঢ়িছিল আই। সি যথেষ্ট বিনয়ী আৰু কম কথা কোৱা ল'ৰা আছিল। আই গুৰুত্ব নিদিছিল। তাৰ দৰে পৰিপাটীকৈ কাপোৰ পিন্ধাত গুৰুত্বতো নিদিছিলেই, সিনো কি ক'ব খোজে তাতো গুৰুত্ব নিদিছিল। পাখি নোহোৱাকৈয়ে খোজকঢ়াৰ নামত আই উৰিছিল। কথা কোৱাৰ নামত জিভাৰ আগলৈ অহা শব্দবোৰকে কৈ ভাল পাইছিল। সিও ভাল পাইছিল। বাৰে বাৰে কৈছিল- 'কিয় যে ভাল নাপাম তোমাক ! কিমান অকৃত্ৰিম তুমি জানানে ? তুমি তুমিয়েই।' আই বৰ বিশেষ পাত্তা নিদিছিল। উৰি উৰি গৈ থাকিছিল। কেতিয়াবা হঠাৎ জিভাৰে নহয় হৃদয়েৰে কৈ উঠিছিল- তুমি যদি মোক এৰি দিয়া, কি হ'ব মোৰ ?'

: মানে ?

: এই যে ল'ৰাবোৰে ভাল পাই পাই এৰি দিয়ে ছোৱালীবোৰক।

: কি ভাবা তুমি, কি ভাবা ? কি কোৱা তুমি !

: ৰ'বা হাঁ। অকণমান ৰ'বানা।

আই তাৰ হাতে-চাটে ধ'তে পাই তাতে খামোচ মাৰি ধৰি তাক গৈ থকাৰ পৰা ৰখাই দিছিল। সি হঠাৎ থমকি ৰৈ সুধিছিল উৎকণ্ঠাৰে- কি হৈছে ? কি ?

: আ সাঃ ৰ'বানা, মোৰ চেণ্ডেলৰ গুটিটো, ওলাই ওলাই যায়।

আই হাবাই চেণ্ডেলপাত খুটলি গুটিটো সুমুৱাই আকৌ উৰিবলৈ সাজু হয়। সি কিন্তু বোৱাতে থৈয়ে থাকে। আই মাতে- আহা আক'।

: কিয় পিন্ধা তুমি এইবোৰ ? যতহে পিন্ধিব লাগে হাবাই চেণ্ডেল।

: হ'ব দিয়া, কিবা এবোৰ পিন্ধিলেই হয়।

সি তেতিয়াও ৰৈ থাকে। আই পুনৰ মাতে। মতা ঠিক নহয়, ভবিয়াই- আহিবানে ? নে মই যাওঁগৈ ঘৰলৈ ?

সি চেণ্ডেল এযোৰ কিনি আইক স্কুললৈ অনা-নিয়া কৰা দেউতাকৰ অফিচৰ ড্ৰাইভাৰটোৰ হাতত দি পঠায়। আঁ: পিন্ধে, নিপিন্ধা নহয়। কিন্তু গাড়ীত উঠি খুলোতেহে। উৰিবলৈতো হাবাই চেণ্ডেলেই ভাল। সি পুনৰ আই চেণ্ডেলৰ গুটি ভৰোৱালে চাই চাই অসহায় হৈ গৈ থকাৰ মাজতে ৰ'বলনা হৈছিল।

কেনে বিৰক্ত হৈ পৰিছিল সি ! অবাধ্য ছোৱালীজনীক এৰি আন এজনী পৰিপাটী- বাধ্য প্ৰেমিকাৰ কথাও ভাবিব নোৱাৰিছিল।

সেয়ে এদিন সিহঁতে বিয়া পাতিছিল। ঠিক সিহঁতে পতা নাছিল। দুয়োখন ঘৰৰ মানুহেই পাতিছিল। সিহঁত মাথো বিয়াত বহিছিল। সংসাৰ পাতিয়েই অৰূপে তাইক পৰিপাটীৰ লেছন দিবলৈ ধৰিছিল। জিভাৰ আগত অহা যিকোনো শব্দকেই প্ৰয়োজন অনুসৰি বোধ কৰিবলৈ শিকাইছিল। কিন্তু তাই মানিলেনে সেইবোৰ ? অৰূপে ভোৰভোৰাই উঠিছিল- 'এনে অবাধ্য !' কিন্তু তাই সেইবোৰ পাত্তাই নিদিছিল। ভাল লগা গীতৰ কলি গুণগুণাই তাৰ মুখত আইব্ৰুৰে প্ৰকাণ্ডকৈ মোচ আঁকিছিল। পিঠিত পাউডাৰ ঢালি ডেভিলৰ মুখ আঁকিছিল আৰু গালৰ ভিতৰত আমলখি-বগৰী সুমুৱাই তাক আবোল-তাবোল শুনাই খুকখুকাই হাঁহিছিল। কি কৰে সি। তাইক মাৰিব-পিটিবতো নোৱাৰেই, ডবিয়াবও নোৱাৰে। ভোৰভোৰাই থাকে।

দুই

অৰূপৰ দেউতাক মাজে সময়ে পো-বোৱাৰীৰ ওচৰলৈ আহিছিল। গাঁৱো নহয়, টাউনো নহয় সেই ঠাইখনৰ পৰা আহোঁতে তেওঁ সিহঁতহালৰ বাবে মোনা ভৰাই বস্তু আনিছিল। মানুহজন আহিলেই মেহাৰ মনটো কিবা পূজা পূজা ভাবেৰে ভৰি উঠিছিল। উলহ-মালহকৈ ৰন্ধা-বঢ়া কৰিছিল। সেইকেইদিন তাই অৰূপ ঘৰত বেছিকৈ নাথাকিলেই ভাল পাইছিল। বিভিন্ন কথা পাতিছিল। তাই যেতিয়া অৰূপৰ প্ৰেমত পৰিছিল তাইৰ দেউতাক তেতিয়া ওচৰৰে ব্লক এটাত বি ডি অ' হৈ আছিল। মাজে মাজে তাই দেউতাকৰ গাড়ীত উঠি দুয়োকাষৰ ধাননি চাই চাই বহু দূৰলৈকে যোৱাৰ সুযোগ পাইছিল। অৰূপৰ দেউতাকক তাই সেই ধাননিবোৰৰ খবৰ সোধে। ব্লকৰ অফিচলৈ যোৱা ৰাস্তাটোৰেদি গৈ গৈ বিশাল নদীৰ পাৰ পোৱা গৈছিল তাত আগৰ দৰে কহুৱা ফুলেনে সোধে। পৰম সন্তুষ্টিৰে শহুৰেক শহুৰেক অভিনয়টো এৰি মানুহজনে তাইৰ খুৰাক, ৰমদেউতাকৰ আসন দখলি কৰি অহৰহ কথা পাতি যায় তাইৰ  সৈতে। দুখ কৰিছিল কেতিয়াবা কাঠৰ বেপাৰৰ কথা কৈ। চুপ্ৰিম ক'ৰ্টে গছ কটা বন্ধ কৰিছিল। ছ' মিলত মামৰ লাগো লাগো। কেতিয়াবা বহু নামৰ হাতীটোৰ

কথা কৈ দুখ কৰিছিল। তাই তেতিয়া গম্ভীৰ হৈ উঠিছিল- হাতীহে দেউতা ! দুখ কৰে কিয় ? আমি আছোতো ! অৰূপ আছে, মই আছো, পেহী আছে, আপুনি আছে ! আমিবোৰ যে আছো এতিয়াও, এনেকৈ ! চাওক আচলতে কিমান হেপ্পী আমি।

মানুহজনে বনফৰিঙৰ দৰে, শেৱালিৰ দৰে স্নিগ্ধতাৰে ভৰা যোৱাৰীয়েকৰ মুখলৈ চাই তথা লাগিছিল। হয় হয় ঠিক কথাই কৈছে তাই। একেবাৰে ঠিক কথা।

তেওঁলোকৰ প্ৰসংগ সলনি হৈ আহিছিল। তেওঁৰ চকু এটাত ছানি পৰাৰ পৰা আৰম্ভ কৰি বেঙেনা খালেই তাইৰ এলাৰ্জি হোৱাৰ কথালৈকে প্ৰসংগ সলনি হৈছিল। বৰ লৰালৰিত তৰকাৰী কাটোতে তাইৰ আঙুলি কাটিলেও মানুহজনে সহিব নোৱাৰা হৈ আহিছিল। ইচ ইচাই থাকিছিল গোটেই দিন। তাই চলেই পাইছিল। একপ্ৰকাৰ হুকুম দি উঠিছিল শহুৰেকক- দেউতা, টিভি চাবৰ দৰকাৰ নাই দেই সেইটো চকুৰে। চাওঁ, ডালিমটোৰ গুটিখিনি এই বাতিটোত এৰুৱাই দিয়কচোন। বৰ দাগ লাগে মোৰ আঙুলিত।

অৰূপে কেৰাকেৰিকৈ চোৱাটো দেউতাকে মন কৰিছিল। কিন্তু তাই গুৰুত্বই নিদিছিল। আচৰিত ! যিটো পুতেকক সুখী কৰিবলৈকে মানুহজন সদাসতৰ্ক হৈ ৰৈছিল, তেনেক্ষেত্ৰত তেওঁ তাৰ মানসিকতাক ফুঁ মাৰি উৰুৱাইহে দিছিল যেন ! আথে-বেথে তেওঁ টিভিৰ ফালে পিঠিখন দি ডালিমৰ গুটি গুচাই দুটা বাটিত ভগাইছিল। তেনেতে তাই ক'ৰবাৰ পৰা উৰি আহি ওপৰতে পৰিছিল। দুয়োটা বাটিৰ পৰা ওপৰে ওপৰে গুটিকেইটামান টুকি লৈ মুখলৈ গলিয়াইছিল। শহুৰেকে নিপুণ বাজনিৰ দৰে সন্তোষেৰে তাইৰ মুখলৈ চাইছিল।

: বঢ়িয়া দেউতা। ভাল ডালিম। খোৱা খোৱা নকৰিব কিন্তু। মই খালো। এতিয়া বাপেকে-পুতেকে খাই থাকক। মই প্ৰেছাৰ বঢ়ুৱাই থৈ আহিছো।

দিনৰ দিনটো হাস্পতালত ব্যস্ত হৈ ঘৰলৈ উভতি অহা অৰূপে স্নেহাক যেন অকণমান নিভৃতভাৱে বিচাৰিছিল। কেতিয়াবা সি বেডৰুমত দুৱাৰৰ হুকটো লগাই, বিছনাত বাগৰি তাইৰ হাতখনত মুঠি মাৰি ধৰি থাকিছিল। তাই কিছু সময় টপটপাই ৰৈছিল। কিন্তু সি বিৰক্তহে হৈছিল যেন।

: মনে মনে থাকানা। কিমান কি কথা দেউতাৰ লগত পাতিলা মোক কিয়

কোৱা ?

: তেতিয়া হ'লে কি কৰিম ?

: ভালপোৱা মোক।

: পায়েই আছোতো।

: এনেকৈ নহয়।

: কেনেকৈ ?

: যেনেকৈ মন যায়। মোৰ ওচৰত থাকা অকণমান। কিবাকিবি কথা কোৱা।

: কিনো ক'ম ! ভাবিয়েই নাপাওঁ, কিনো কওঁ !

: আমাৰ কথা কোৱা। তোমাৰ কথা। মই নথকাত মোৰ কথা কেনেকৈ ভাবি থাকা তুমি তাকে কোৱা !

: ————!

: কোৱা !

: ৰ'বা ভাবি আছো।

ভাবিয়েই ৰৈছিল তাই বহুপৰ। ইমান ভাবিছিল যে দিনটোৰ ভাগৰে হেঁচা মাৰি ধৰা অৰূপৰ চকুৰ পতা জাপ খাই আহিছিল ক্ৰমশঃ। হাতত সাৰে ভৰিত সাৰে তাই কমৰ পৰা ওলাই গৈছিল।

ওলাই গৈ একেবাৰে শহুৰেকৰ ওচৰ পাইছিলগৈ। সক হোৱালীৰ দৰে থেনথেনাই উঠিছিল- মোৰ আমনি লাগিছে দেউতা, বৰ আমনি লাগিছে।

শহুৰেকে উদ্বিগ্নতাৰে তাইৰ মুখৰ ভাষা পঢ়িব খুজিছিল।

: আমনি লাগিছে মোৰ, অৰূপৰ লগত থাকি।

: ইচ্।

: খালি হাস্পতাল, পেচেন্ট, মেডিচিন। আমনি লাগিছে মোৰ।

: ৰ'বা, মই দিম তাক। অকণমান উলিয়াই নিব নোৱাৰে সি !

: নক'বনা তেনেকৈ। বেয়াও লাগে, ইমান টায়াৰ্ড হৈ আহে। আচলতে কি জানে দেউতা, আজিকালিৰ স্মল ফেমিলিৰ কালচাৰটো একদম বেয়া দেই। মাইতৰ ঘৰতো মই অকলে। ইয়াতো অকলে। অৰূপো অকলে ——?

: বুজিছো। কিন্তু কি কৰিবা ?

: সেইকাৰণে মাইতৰ ঘৰবোৰেই ভাল আছিল। মামা তিনিজন, জেঠাই দুজনী আৰু মা। আকৌ দেউতাইতৰ ঘৰতো পেহী দুজনী, খুৰা চাৰিটা। বাপ্‌ৰে ! কিমান স্ফূৰ্তিত যে থাকিছিল তেতিয়া মানুহবোৰ। মোৰ যে কিবা লাগি যায় কেতিয়াবা .........।

মানুহজনে বোৱাৰীয়েকৰ মুখলৈকে চাই ৰৈছিল। কিবা এটা ভাবিছিলেও। কিন্তু ক'বলৈ অসুবিধা পাইছিল। বৰ সৰু ছোৱালী তাই । অৰূপতকৈ সাত বছৰে সৰু। তথাপিতো যেন আৰু বেছিয়েই সৰু তাই। আদৰুৱা, কোমলমনা ছোৱালীজনীৰ বাবে মানুহজন চিন্তিত হৈ উঠিছিল।

অৰূপৰ মুখলৈও চাইছিল। কথা কম কোৱা ল'ৰাটোৰ মুখ চাই মন বুজা ইমান সহজ নাছিল যদিও তাৰ মুখত সুখৰ বেশ অৱশ্যেই ধৰিব পৰা গৈছিল। কি ভাবে ই স্নেহাৰ বিষয়ে ? কিমান যে এল'ন তাই, সি নাজানেনে ? বিয়াৰ দুবছৰ হওঁ হওঁ আৰু কিমানদিন ৰ'ব ইহঁত ?'

মানুহজন চিন্তিত হৈ উঠিছিল।

চকুৰ কেটেৰেক্ট অপাৰেচন হৈ যোৱাৰ পাছত তেওঁ ঘৰলৈ যাবলৈ ওলাইছিল। তেওঁ যোৱাৰ আগদিনাৰ পৰাই স্নেহাৰ মুখৰ বৰণ সলনি হৈ পৰিছিল। বিবৰ্ণ হৈ পৰিছিল তাই। তেওঁ মন কৰিছিল। বোধকৰো অৰূপেও কৰিছিল। সেয়ে দেউতাকক ঘৰত থ'বলৈ যাবলৈ ওলাই সি স্নেহাক সুধিছিল লাহেকৈ- যাবা নেকি দেউতাৰ লগত ? দুদিনমান ফুৰি আহিবা।

তাই জঁপিয়াই উঠিছিল। কানি-কাপোৰবোৰ বেগত ভৰাবলৈ ইকোঠা-সিকোঠা উৰিবলৈ আৰম্ভ কৰিছিল। সি আমন-জিমনকৈ তাইৰ প্ৰস্তুতি চাই আছিল। কিন্তু তাই সেইবোৰ কথাত গুৰুত্বই নিদিলে। কোনটো মাহত নৈৰ পাৰত কহুৱা ফুলে সেইটোকে ভাবি গ'ল গোটেই বাট।

## তিনি

প্ৰথম দুদিনমান স্নেহাক লগত লৈ দেউতাকে প্ৰকাণ্ড বাৰীখনৰ গছবোৰৰ নাম কৈ গ'ল। তাই এন্ধাৰি এজাল লৈ সাৰৌপ-সাৰৌপকৈ সৰু সৰু জোপোহাবোৰ

কোবাই গ'ল। প্ৰথম দুবাৰমান শহুৰেকে উভতি চাইছিল। কিন্তু পাছলৈ সেই সাৰৌপ শব্দত তেওঁৰ ওঁঠৰ কোণত স্নেহৰ হাঁহি বিৰিঙি উঠিছিল। যেন অৰূপ জন্মাৰ সাত বছৰৰ পাছত সাংঘাতিক দুষ্ট ছোৱালী এজনীও তেওঁৰ ঔৰষত জন্মিছিল — যেন ঈশ্বৰে তেওঁৰ নিস্চুপ ঘৰখন মুখৰ কৰি তুলিবলৈ এটি শিশু পঠিয়াই দিছিল। বন ফৰিঙৰ দৰে উত্ৰাৱল, শেৱালিৰ দৰে স্নিগ্ধ আৰু কোনো মহীয়সী নাৰীৰ প্ৰভাৱে সেই শিশু কন্যাই তেওঁৰ ঘৰ উৎসৱমুখৰ কৰি তুলিছিল।

কিন্তু পঞ্চমদিনাৰ পুৱাৰ পৰাই আই আমন-জিমনকৈ বঁৰলে ধৰিলে। ধাননি, নৈৰ পাৰৰ কহুৱানি, বাৰী-পুখুৰী সকলো চোৱা শেষ হৈ পৰিছিল যেন ! শহুৰেকে মন কৰিছিল তাইৰ বিষণ্ণতা। কি বা হ'ল ভনীয়েকক কৈছিল তেওঁ- সোধ অ' মাখনী, কিয় তেনেকৈ আছে আই ? পা-চায়েই বেয়া নেকি ?

পেহীয়েকে একো উত্তৰদিহ উলিয়াব পৰা নাছিল। সন্ধ্যা বন্তি জ্বলোৱাৰ সময়ত ককায়েকক ক'লে- যাবলৈহে মনত পৰিছে যেন পাওঁ। শৰীৰ ঠিকেই আছেতো ! আলাসত উঠা ছোৱালী, সিনো খবৰ এটা কৰিব নোপায়নে ?

: এৰা ! মাতিয়েই পঠিয়াওঁ নেকি আক ?

: লৈ যাবলৈ ?

: ওঁ।

: ইহ্ ইমান সোনকালে যাবগৈনে ? আহিছিলহে। এইখন কিমান পোহৰ পোহৰ লাগি আছে ! আতকৈ অকেই দুদিনমান থকাকৈ মাতি পঠিয়ালে কেনে হয় !

: কথাটোতো ঠিকেই। কিন্তু সি থকাকৈ আহিব পাৰিলেহে ! এটা কাম কৰিলে কেনে হয় ?

: কি ?

: আমাৰ সেই আথিয়াৰটোক লৈ নাচনি-পাচনি কৰা ছোৱালী এজনী গোটালে কেনে হয় ? সমনীয়া যেন পাব আই। বাবা নহালৈকে মনটোও ভাল লাগি থাকিব।

ওচৰৰে গাঁৱৰ পৰা কৰী নামৰ ছোৱালী এজনী অনোৱা হৈছিল। ১৭ বা ১৮ আইৰ বয়স। স্নেহাই মূঢ়া এটাত বহি ছোৱালীজনীৰ ইণ্টাৰভিউ ল'লে। অব পাছত সেইৰোৰ এজেন মনত কথাৰ দৰকাৰ নাই বুলিয়েই যেন ধৰি ল'লে। কথা

পতাত লাগি গ'ল।

কমীৰ চৰিত্ৰৰ প্ৰধান আকৰ্ষণীয় দিশটো আছিল পৰিপাটীত। ইমান শৃংখলাৰে কৰিছিল তাই সকলো কাম, স্নেহা খুবেই সন্তুষ্ট হৈ উঠিছিল। গা ধোৱা কাপোৰ বাথৰুমত পেলোৱা, বিছনাত পেলোৱা, চিন্তা নাই। কমী আছেতো। বিছনাত শুই শুই মেগাজিন চোৱাৰ আৰামেই বেলেগ। কমীয়ে অনবৰত চুলিকেইডাল লিৰিকি বিদাৰি গুণগুণাই থাকে।

পেহীয়েকৰ স'তে একেটা ৰুমতে শোৱা স্নেহাৰ বিছনাখনৰ কাষলৈকে কমীৰ বেডিং তাই চোচোৰাই আনিলে। আঁঠুৱাৰ পৰা মূৰ উলিয়াই দুয়োজনীয়ে ৰাতি এপৰলৈকে ফুচফুচোৱা কথাবোৰ পেহীয়েকে নুশুনাৰ ভাও জুৰি শুই থাকিল। কিনো পাতে সিহঁতে ? এৰা কিনো পাতে সিহঁতে ?

দুয়োজনীয়ে চকুৰে চোৱা-চুই কৰিছিল। নাপাতে কি সিহঁতে ? খুকখুকাই হাঁহি উঠিছিল স্নেহাই। গৰু চৰাবলৈ অহা কাঞ্চাটোৰ পৰা আৰম্ভ কৰি অৰূপলৈকে পৃথিৱীৰ সমস্ত মতা মানুহৰে গোপন কথাবোৰ পাগুলে সিহঁতে। কমীয়ে সিহঁতৰ গাঁৱত ঘটা বিভিন্ন আজৰ কাহিনী কিছুমান শুনাই স্নেহাক আচৰিত কৰি তোলে। ছিঃ ছিঃ পথাৰত এৰাল দি ধোৱা গাইজনীকো বেহাই নিদিয়ে পাষণ্ডই। কি মতা মানুহ এইবোৰ !

: পালে নহয় গমটো। সমাজ পাতি বিচাৰ কৰি তাৰ চুলি খুৰাই দিলে।

কমীৰ কথাত স্নেহাৰ একোৱেই অনুভৱ নহ'ল। আপোনমনে কৈ উঠিল তাই- সব বদমাচবোৰৰ লিংগচ্ছেদ কৰাৰ লাগে।

পেহীয়েকে কিজানি টোপনিতে কাহিছিল। তথাপি দুইজনী চুপ মাৰিছিল।মনে মনে কৈছিল।

---

কমী অহা এসপ্তাহ নৌহওঁতেই পেহীয়েকৰ মূৰত নতুন চিন্তা সোমাইছিল।

: দাদা, বাবাক খবৰ এটা দিলিনে ? এবাৰতো আহিব পাৰে সি।

: হ'ব দে। আহিব।

: আহিব। কেতিয়া আহিব ?

: স্নেহাই কিবা কৈছে নেকি তাৰ কথা ?'

: নাই কোৱা। মই কিছু বুজি পাইছো। মুঠতে মাত তাক। দুদিন থাকিও

যাওক। আইকো লৈ যাওক।

---

আৰু এদিন বাবা মানে অৰূপ আহিছিল। চাৰিদিনৰ ছুটী লৈ আহিছিল সি। গাড়ীৰ মাত শুনিয়েই পিছ বাৰাণ্ডাৰ চিৰিত বহি ভৰদুপৰীয়া আন্দা পিটি থকা স্নেহা জপিয়াই উঠিছিল। হয় হয় — অৰূপ আহিছে — অৰূপ আহিছে।

আই উৰিৰলৈ ধৰিছিল।

ঠিক উৰিছিল নে নাই, হঠাৎ আগ বাৰাণ্ডাৰ চিৰি নামিব খোজোঁতেই পিছল খাই পৰিছিল আই।

ঘৰখনৰ আটাইবোৰেই চিঞৰি উঠিছিল। চোতালত গাড়ী ৰখায়েই লৰালৰিকৈ নামি আহিছিল অৰূপ। আলে-বেলে সকলোৱে তুলি ধৰা স্নেহাৰ দুখ পোৱা ভৰিখন পিটিকি চাইছিল। চিঞৰত গগন ফালিছিল স্নেহাই। আৰু কটা ছিগা হাঁহাই চেঙেলপাত দুৰলৈ দলিয়াই পৰম বিতৃষ্ণাৰে চিঞৰি উঠিছিল সি- উঃ এই হাঁহাইবোৰ !

স্নেহাই তেতিয়াও কান্দিয়েই আছিল। ডাংকোলাকৈ সি আইক বিচনালৈ লৈ গৈছিল।

মোচোকা খোৱা ভৰিৰ গাঁঠিটোত কেঁচা হালধিৰ বান্ধ এটা পৰিছিল। ফাৰ্মাচীৰ পৰা ঔষধ আহিছিল আৰু ঘৰখনৰ উলাহৰ মাদলি, নয়নৰ মণি, স্নেহা হৈ পৰিছিল আলাসৰ লাড়ু, কোলাৰ কেঁচুৱা।

আব্দাৰৰ যেন অন্তই নহ'ব আইৰ। অৰূপৰ বাহুত আঁউজি টিভি চাই থাকিলেও কমী বিচনাৰ কাষতে মূঢ়া পাৰি বহি থাকিব লাগিব। চুলি ফণীয়াই গুণগুণাব লাগিব। আৰু কত কি !

প্ৰথম প্ৰথম অৰূপে বিৰক্তি দেখুৱাইছিল। পেহীয়েকে কৈ উঠিছিল- থাকক দে আই যেনেকৈয়ে ভাল পায়। বেচেৰী, কমটো দুখ পাইছেনে আই। চাওঁ মা, এই পানীকণ খা। জৰাই অনাইছো।

অৰূপে বিচনাৰ সামান্য তলত মূঢ়া পাতি বহি থকা কমীৰ ফালে চাইছিল। দীঘল ফ্ৰক পিন্ধা গাঁৱৰ স্বাস্থ্যবান ছোৱালী আই। পেহীয়েকে কৈছিল- ছোৱালীজনী বেয়া নহয়। বৰ চিজিল।

অৰূপে পাচদিনা আইৰ ভৰিলৈকে চাইছিল। নাই নাই, ক'তো হাঁহাই

চেণ্ডেল পিন্ধাৰ চিন-মোকাম নাই। বাৰে বাৰে ৰাজিছিল কাণত- বৰ চিঞিল।

## চাবি

বঘু নামৰ হাতী এটা নোহোৱা হৈ গ'লেও মানুহ সুখী হ'ব পাৰে। কেনেকৈ ? নিজৰ পৰিয়ালটোক লৈ। কি কৈছিল স্নেহাই ? আমি সব আছোতো এতিয়াও, এনেকৈ ! চাওকচোন কিমান হেপ্পী আমি আচলতে।

.................................

ভৰিখনৰ বিষৰ অজুহাতত স্নেহাই অৰূপক চুবলৈকে নিদিব যেন। তথাপি সি তাইৰ লগতে শুইছিল সিহঁতৰ নিজৰ ৰুমত দুৱাৰ বন্ধ কৰি।

প্ৰথম দিনা কেঁকাই কেঁকাই বাধা দি উঠা স্নেহাৰ মুখলৈ পৰম বিৰক্তিৰে চাই ৰ'ল সি। তাৰ পাছত শুকমকৈ সিফালে মুখ কৰি শুই থাকিল। এবাৰ কথা পাতিবতো পাৰে গধূলি টিভি চোৱাৰ সময়খিনিৰ দৰে। তাৰ সমস্ত খং গৈ হাৱাই চেণ্ডেলৰ ওপৰতে ব্ৰেক টানি বৈছিলগৈ।

: দিনক দিনে মানুহ ডাঙৰ হয়। আমাৰগৰাকী আকৌ কেঁচুৱা হ'বলৈ গৈ আছে।

সি ভোৰভোৰাইছিল। তাই সেইবোৰ একো শুকত্ব নিদিলে।

কিন্তু দ্বিতীয় নিশা তাই গুৰুত্ব দিলে। হঠাৎ খকমকাই সাৰ পাই দেখে কাষত অৰূপ নাই। বোধ হয় বাথৰুমলৈ গৈছে। তাই চকু মুদি কাণ উনাই ৰ'ল। নাই, বহু পৰলৈকে তাৰ দেখাদেখিয়েই নাই।

ক'ত গ'ল মানুহটো ! বাথৰুমতে পিছল খাই অচেতন হৈ পৰি থকা নাইতো !

অই অ'ত-ত'ত ধৰি আগুৱাই গ'ল। আৰু ঠিক তেনেতে ড্ৰয়িং ৰুমৰ ফালৰ পৰা অৰূপক অহা দেখিলে। দিন-ৰাতিৰ কাণ্ডজ্ঞান নোহোৱাকৈ তাই চিঞৰি উঠিল- ক'লৈ গৈছিলা ইমান দেৰি ? মই ভয়েই খাইছিলো।

: হেই, ৰাতিখন ইমান নিচিঞৰে।

: কি হ'ল বাবা ?

কাষৰ কোঠাৰ পৰা পেহীয়েকে সুধিছিল। দেউতাকেও কাণ উনাইছিল।

: নাই পেহী। একো হোৱা নাই।

: তাই কি কৈছে ?

: একো কোৱা নাই। মই গাড়ীখন চাবলৈ গৈছিলো, চিন্তা কৰিছে। শুই থাক তইঁত। ব'লা ভিতৰলৈ। এইটো ভৰিৰে কিয় উঠি আহিছা তুমি।

সিহঁত ভিতৰলৈ গৈছিল।

---

সিহঁত নিজৰ ঘৰলৈও উভতি গৈছিল। স্নেহাই কমীকো নিব খুজিছিল। দেউতাকে নপঠিয়ালে। পুতেকক কাষ্ঠাকৈয়ে ক'লে- তাই যাতে কোনো কষ্ট নাপায়। কাঞ্চা এটা বিচাৰি ল'বি। সিহঁত যোৱাৰ দিনাই কমীকো পঠিয়াই দিয়া হৈছিল গাঁৱলৈ।

---

দুটা মাহ বাগৰিছিল কি নাই সেই ঘটনাৰ, আন এক দুৰ্ঘটনাইহে মূৰ দাঙি উঠিছিল।

গাঁৱৰ পৰা কমীৰ বিধৱা মাক আহিছিল। গোটেই চুবুৰিৰ মানুহে শুনাকৈ চিঞৰিছিল- দুমাহ হ'ল মোৰ ছোৱালীজনীয়ে গা ধোৱা নাই। কি কৰিলে দেউতা আপোনালোকে তাইক আনি ?

: ৰ'বা ৰ'বা। কন্দা-কটাখন কৰিছা কেলেই ? ভিতৰলৈ আহা।

: অ' নোবাবো যাব ঐ। বাপেক নোহোৱা ছোৱালীজনীক কেঁচাই চোবালে। ভিতৰলৈ গৈ কি কৰিম মই ? কোন মতাই হাত দিছিল তাইৰ গাত, এতিয়াই ঘৰৰ বাহিৰলৈ উলিয়াই দিয়ক।

পদূলিত মানুহবোৰে জুম বান্ধিছিল। কোনো সোঁচৰা বোগৰ দৰেই খবৰটো বিয়পি পৰিছিল।

পেহীয়েকে মূৰে-কপালে হাত দি বহি পৰিছিল। দেউতাক থৰথৰকৈ কঁপি উঠিছিল।

বোঁ কোঁৱাই চাইকেল কোবাই তেওঁ টাউনলৈ যোৱা বাছ ধৰিছিলগৈ। আৰু সোধ নাই, পোছ নাই স্নেহাৰ সন্মুখতে অবলাক ঠাচ ঠাচকৈ চৰিয়াই থৈ উভতি আহিছিল। সোৱাই থৈছিল কমত দুৱাৰ বন্ধ কৰি।

কিন্তু মানুহবোৰে এৰা নাছিল। কৰ্মীৰ মাকৰ লগতে গোটেই গাঁওখনৰে তিৰোতামখাই মেখেলা কোঁচাই পদূলিলৈকে খেদা মাৰি আহিছিল।

মেল বহিছিল।

---

ঃ দাদা, যা তাৰ কাণখনত ধৰি লৈ আনগৈ। কৈয়েই পিছ মুহূৰ্ততে উচুপি উঠিছিল পেহীয়েকে- স্নেহা, বেচেৰী স্নেহা !

দেউতাক শিলৰ মানুহ হৈ পৰিছিল। কাণত বাজিছিল প্ৰকাণ্ড বাৰীখন তেওঁৰ পাছে পাছে গৈ থকা স্নেহাই এছাৰিৰে জোপোহা কোবোবাৰ সাৰৌপ সাৰৌপ শব্দ। তাইৰ খিলখিল হাঁহি। অৰূপৰ লগত থাকি আমনি লগাৰ অভিযোগ। ডালিমৰ গুটি একবাৰৰ হুকুম আৰু কত কি !

হয় হয়, অৰূপ জন্মাৰ সাত বছৰৰ পাছত যেন তেওঁৰেই ঔৰসত সেই নিষ্পাপ ছোৱালীজনীয়ে জন্ম লভিছিল। কিদৰে সন্থ তেওঁ তাইৰ বিষণ্ণ মুখৰ ছবি !

---

তেওঁ তলমূৰকৈ মেলত আঁঠু লৈছিল।

ঃ এই পাপ ময়েই কৰিছিলো।

---

গভীৰ নিদ্ৰাৰ পৰাহে যেন স্নেহা খক্মককাই সাৰ পাই উঠিছিল। কিবা এটা বুজিছিল তাই। উচুপিছিল, 'দেউতা আপুনি হাজাৰবাৰ ক'লেও মই বিশ্বাস নকৰো। ঈশ্বৰে ক'লেও নকৰো। কোনো মতে মানুহেই বিশ্বাসযোগ্য নহয় নেকি দেউতা ? তেন্তে কি কাম এই সেন্দূৰৰ ?

তাই মোহাৰি পেলাইছিল অৰূপৰ সন্মুখতেই কপালৰ ফোঁট। কেৱল মানুহৰ চকুত ধূলি মাৰিবলৈকে সামান্যকৈ ৰঙাই থৈছিল সেওঁতাটো।

---

কোনেও কাকো একো কৈফিয়ৎ তলব কৰা নাছিল। যেন প্ৰয়োজনেই নাছিল।

তেতিয়াৰ পৰাই তাই শয়নে-সপোনে বীভৎস মুখ কিছুমান দেখি নিজৰ

মাজতেই সংকুচিত হৈ বৈছিল।

এৰা, আজিও তাই সপোন দেখিছিল। কাষৰ পাটিৰ ল'ৰাটোৱে গাংগুলী বাইদেৱে ফোন কৰি মতাৰ কথা। মাধুৰ্য নামৰ কবিতা লিখা ল'ৰাটোৱে কাৰোবাৰ সৈতে সাহিত্যৰ বিষয়ে আলোচনা কৰা, তাই ঘৰৰ পৰা গৈগু তাৰ পৰা অশৰীৰেৰে ওলাই অহা আৰু আহি থাকোঁতেই হঠাৎ তাইৰ হাৱাই চেণ্ডেলৰ ফিটা ছিগি যোৱা।

আহ ! এয়াতো সপোনেই হয়। দুপৰীয়া টোপনিৰ চিলমিলীয়া সপোন।

বিছনাৰ পৰা নামিব খুজি স্নেহাই হাৱাই চেণ্ডেল দুয়োপাতকে ওচৰ চপাই ভালকৈ চালে। নাই, ফিটা ছিগা নাই। ঠিকেই আছে।

কিন্তু ... কিন্তু কি আচৰিত !

হয় হয়, অতিকৈ আচৰিত কথা যে চেণ্ডেল দুপাতে বীভৎস ভংগীমাৰে কেৰমেৰ খাই অৰূপৰ মুখৰ আকৃতি ধৰিবলৈ আৰম্ভ কৰিছে।

আচৰিত।

অতিকৈ আচৰিত।

তথাপি তাই অত্যন্ত সাহসেৰে সেই দুপাত ভৰিত সুমুৱালে। আৰু দপদপাই ওলাই গ'ল বেলকনিলৈ। য'ৰ পৰা আকাশখন সম্পূৰ্ণ দেখা যায়।

■ শাৰদীয় অসমীয়া খবৰ, ২০০২



## ◘ বৃক্ষশান্তি ◘

এনেকৈ দুৱাৰ খুলি থৈছা যে ? অভিলাষা, তুমি মানুহ মাৰিবা দেই। ফ্লেটবোৰক ইমান নিৰাপদ বুলি নাভাবিবাচোন।

: আৰে, ক'ৰ পৰা ওলালাহি ? ভয়েই খালো মই, বেল বজাইছিলা নেকি বাৰু ?

: এনেকৈয়ে খুলি থোৱা দুৱাৰ ?

: নথওঁ, আজিহে খোলা আছিল, বহা। ৰ'বা যেনখন দি দিওঁ। ইমান ৰাতি ক'ৰ পৰা আহিলা ?

: বেছি ৰাতি হ'ল নেকি বাৰু ?

: নাই নাই।

: এনেই আহিলো অ'। থিয় হৈ আছা যে ? বহা তুমিও।

: চাহ-কফি কি খাবা কোৱা ?

: চব খাম।

: ভাত বহোৱাই নাই, হ'লে খাই যাবা বাৰু। এতিয়া কি দিওঁ ?

: দিয়া কিবা।

: হাঁমিয়াইছা দেখোন, কফিকে আনো ৰ'বা।

: তুমি বহানা। তোমাৰ হেল্পাৰ ছোৱালী এজনী আছিল নহয়।

: আছে, মাছ বাছি আছে।

: দাদা অহা নাই ?

: কাইলৈ আহিব। ৰ'বা, কফি আনো।

: বহানা তুমি। তাইক চিঞৰ এটা মাৰি দিয়া, আপী মাছ বাছি হৈ গ'লে কফি দুকাপ লৈ আহিবি।

: নোৱাৰোঁ দেই ৰাতিখন চিঞৰ-বাখৰবোৰ কৰিবলৈ।

: মইতো চিঞৰি থাকোঁ____।

: কিন্তু মই নিচিঞৰো, কাৰণ এইটো পুৰেৰুণ মেছ নহয়।

: কাট মাৰিছা ?

: ওহোঁ, এনেই ক'লো আৰু !

: ফৰ ইয়ৰ কাইণ্ড ইনফৰমেচন, সেইটো আজিকালি মেছু নহয়, ঘৰ।

: এতিয়াও ঘৰ হোৱা নাই দিয়া। আগতে তোমাৰ নাইটিংগেল আহক, তাৰপিছতহে ঘৰ হ'ব।

: সেয়া, দিলা নহয়।

: কি ?

: বুকুতে ডিনামাইট এটা দিলা নহয়। তাইলে মনত পৰিলেই মানুহটো বালিতকৈও অকণ অকণ টুকুৰা হৈ ছিটিকি পৰোঁ।

: বিয়াৰ আগতে সেইবোৰ হয়েই।

: পিছতো হৈ থাকিব। এছট্ৰেটো এইফালে দিয়া।

: শেষ তেন্তে।

: কি শেষ ?

: শেষ। বিয়াৰ পাছতো যদি মানুহটো এনেকৈ ছিন্ন ভিন্ন হ'বলৈ হয়, তাই বেচেৰীয়ে গানৰ ৰেৱাজেই কৰিব নে হাবিৰ ফল বোটলাদি বুটলি ফুৰিব তোমাক ?

:কিজানি তাৰ দৰে, হাবিৰ ফলৰ দৰেই থাকিলেহে তাইৰ বেছি ভাল লাগিব। মোক গোটাই-পিতায়ে বিৰাট হেপ্পী হৈ থাকিব।

: হ'ব পাৰে। কিন্তু ভালপোৱাটো বেলেগ কথা, সুখী হোৱাটোও বেলেগ কথা।

: একো বেলেগ নহয়। বৰঞ্চ মইতো কওঁ ভালপোৱা নাথাকিলে সুখ-শান্তিও নাথাকে।

: ওহোঁ, নহয়।

: নহয় ?

: নহয়।

: অভিলাষা তোমাৰ ইয়ে আৱদ্ধ হ'লেই নেকি ? কবি-ছবিয়োৰৰ যৰ জন্মান্তৰিদ ইয়ে আৱদ্ধ হৈ যায়।

: ইয়ে মানে ?

: মানে হেৰি আৰু !

: হেৰি মানে ? কি হেৰি ?

: মানসিক ভাৰসাম্যহীনতা।

: ছিৰিয়াছ হওঁনে ?

: ভাবোঁ ৰ'বা। কাইলৈ ক'লে হ'বনে ?

: এনেকৈ তুমি সংসাৰী হ'বলৈ ওলাইছা ? চব কথাতে ফটুৱামি। ৰাতিখন এইবোৰ কথাৰে মোৰ মূৰ ঘোলা কৰিবলৈ আহিছা ? চাওঁ ভৰি আঁতৰ কৰা, কফি আনোগৈ।

: বহানা, তোমাৰ কল্পেনীত কিবা আপোন আপোন ভাব এটা আছে। কিবা এক ভাললগা সুগন্ধ তুমি।

: ছিৰিয়াছ হওঁ ?

: সঁচা অভিলাষা, অফিচতো তুমি উঠি গুচি যোৱাৰ পিছতো ঠাইখিনি তুমি তুমি গোন্ধাই থাকে......।

: কিবোৰ যে কোৱা !

: ছিৰিয়াছ হ'ব পাৰা, এতিয়াই হ'ব পাৰা......।

: তাইক কিমানদিন লগ পোৱা নাই ?

: তাইক লগ পাব লাগে কিয় ? মোৰ লগতেই থাকে।

: তেন্তে কিয়নো বিয়া পাতিবলৈ ওলাইছা ?

: আছে কাৰণ কিছুমান, তুমি বুজিবা। তদুপৰি শান্তিও লাগে। এতিয়াতো ভালপাই আছো, কিন্তু শান্তি নাই, নহ'লে ইয়াত বহি থাকোঁহিনে ?

: সেইটোৱেইতো, ভালপোৱাত শান্তি নাই।

: ও, হিংসা-হত্যাতহে আছে শান্তি।

: কাট্ মাৰিছা ?

: ক'লোঁ আৰু !

: ভালপোৱাবোৰ বিয়াৰ পিছত নোহোৱা হৈ যায় অ'। সঁচাকৈ নোহোৱা হৈ যায়। দুটা বেলেগ পৰিৱেশত ডাঙৰ হৈ অহা ল'ৰা-ছোৱালী এহালে বেতিয়া একেটা ঘৰতে একেলগে বাস কৰিবলৈ লয়, তেতিয়া ক'ব নোৱাৰাকৈয়ে সিহঁতৰ মাজৰ ভালপোৱাৰ

মাখন গলি গলি কেনিবাদি নোহোৱা হৈ যায়। চাউল-দাইলৰ উপৰি ইগ'-জেলাচ আদিহে সোমাই পৰেহি। তেতিয়া আৰু ক'ত ভালপোৱা ? শান্তি লাগে __শান্তি লাগে__। কম্প্ৰমাইজ-চম্প্ৰমাইজেৰে শান্তি অহাৰ পিছতহে লাইফ বুলি কিম্বা এটা গম পোৱা যায়, সেইটোৱেই সুখৰ অৱস্থা। জীৱন কেনি পাৰ হৈ যায়, বুঢ়াকালতহে যেন সুখপ্ৰাপ্তি।

: কথাবোৰ তুমি অলপ বেছিকৈয়ে ভাবিছা নেকি অভি ?

: এইটোৱেই সত্য।

: নিজৰ লাইফৰ পৰা কৈছা ?

: ধৰি ল'ব পাৰা। অন্যবো দেখিছোঁ, ভালপোৱাগৰাকীক পোৱাৰ পিছতো ধৰফৰাই থাকে।

: মানুহ তেনেকুৱাই। বৰ বিচিত্ৰ প্ৰাণী মানুহ। লাগে __ লাগে__ কেবল লাগে। ভীষণ অস্থিৰতা। আমাৰ বছে সেইদিনা কি কৰিলে দেখিলানে নাই ?

: কি ?

: নাজানা ? হিতেশ দত্তৰ পত্নীক লৈ বৰ্গিহাটত_

: সেইটো পুৰা পাৰ্ছনেল কথা।

: বুজোঁ, তথাপি কিয় ভাল নালাগে ? ল'ৰা-ছোৱালী ইমান ভাল হ'ল, মেডামো যথেষ্ট কালচাৰ্ড, ধুনীয়া মহিলা, তথাপি মানুহটোৰ এই কাণ্ড ! আজিকালি একদম অপেনলী হোটেলত বহি থাকেগৈ বোলে। কিনো ভাল পালে দত্তৰ ৱাইফক ?

: সেইবোৰতো ভালপোৱা নহয় !

: ছেক্স ?

: ঠিক সেইটোও নহয়। জীৱনত সকলো পোৱাৰ পিছতো মানুহক শান্তি লাগে, বিশ্ৰান্তি বিচাৰে।

: আশ্ৰম-চাশ্ৰমবোৰ আছেই।

: সমাজলৈ ভয় কৰাবোৰেতো তাকেই কৰে। ধৰ্ম পালন, পুণ্য অৰ্জনৰ দৌৰাদৌৰিত কিমান বুঢ়া মানুহ__।

: নাঃ নহয়। এইটো, অন্যৰ ভিৰোভালৈ চকু দিয়াটো জাষ্ট এটা এন্জয়মেন্ট।

: মিছেছ দত্তৰ ক্ষেত্ৰতহে হ'ব পাৰে। কবটী প্ৰাচ মহিলা এগৰাকীৰ জীৱনত চব হৈ যোৱাৰ পিছতেই এনেকুৱা কাণ্ডবোৰ ঘটে। আধুনিক বিলাসী শ্ৰেণীটোৰ কথা কৈছো।

: হাস ! আধুনিক বিলাসী শ্ৰেণীৰ মহিলা ! বুঢ়াকহে পালে কিয়, সেইটো ভাবিছানে ? আমি ইয়ংবোৰ নাছিলোনে ?

: তাকেইতো কৈছো। এক্সাইটমেণ্ট। ইয়ং কোনোবাই ডিমাণ্ড কৰিব পাৰে, সিখন ঘৰ ভাঙি মোৰ ঘৰলৈ আহা বুলি, কিন্তু পৰিপক্ক বয়সস্থ এজনে সেইটো নকয়। দত্তৰ বাইফে এইটো ভালকৈয়ে বুজি পায়। এজন বয়সস্থ মানুহে এটা দিনৰ কিছুমান সৰু সৰু মুহূৰ্তৰেই ভাল পাব খোজে।

: বিছনা শ্বেয়াৰ কৰিবলৈও মেক্সিমামেই ভয় কৰা হয়।

: সেইটো স্বাভাৱিক। জীৱনহে, মেচিনেই বিকল হৈ আহিব ধৰে এটা সময়লৈ !

: কিন্তু অভিলাষা মন, হৃদয় সেইবোৰ ক'লৈ যাব ?

: সেইবোৰে অক্ষম শৰীৰৰ মাজত ছটফটাই থাকে। আমাৰ সমাজ ব্যৱস্থাক শ্ৰদ্ধা কৰিয়েই অধিক সংখ্যক সংকীৰ্তন, গীতাপাঠত বহি ৰয়গৈ। দুই-একাংশইহে নাৰীৰ সান্নিধ্য বিচাৰে।

: এৰা, তেনে যেনেই লাগে। যেন জাষ্ট সান্নিধ্য, অন্য একো নহয়। কথা-বতৰা, দুখ-ভাগৰৰ আদান-প্ৰদান, কেতিয়াবা উপহাৰ, আউটিং আৰু শৰীৰৰ নিৰ্যাস লোৱা। এই যে নিৰ্যাস, বৰ আচৰিত বস্তু অভি, সৰুতে আইতাৰ লগত শুইছিলো, ঢুকুৱাৰ বহুদিনৰ পিছলৈকে বিছনাখনত তেওঁৰ শৰীৰৰ গোন্ধ বিচাৰি পাইছিলো মই । তোমাৰ ইয়াৰ পৰা নিয়া কিতাপবোৰতো মই তোমাৰ গোন্ধ পাওঁ। বৰ সাংঘাতিক কথা। লগে লগেই টায়াৰ্ড হৈ যাওঁ, শুচি আহোঁ, ইয়াতেইহে যেন শান্তি। এনেই আহোঁ, এক মিনিট ৰেষ্ট নাই, শান্তি নাপাওঁ।

: নিজেই অদৰকাৰী কাম কিছুমান আঁজুৰি ফুৰা।

: ক'ৰনো অদৰকাৰী কাম ? নাইটিংগেলৰ গানৰ ৰেকৰ্ডিঙৰ কাম ৰেডী, ষ্টুডিঅ' বন্ধ কৰি থৈ মালিক মৰিছাছত। আজি পামগৈ, কালি পামগৈ কৰি ৰখাই থৈছে।

: বেলেগ ষ্টুডিঅ' নাই নেকি আৰু ?

: খা-খবৰ কৰিছোঁ। বি বৰুৱাত আইৰ পেহীয়েকৰ শাহুৱেক কেন্সাৰ হৈ পৰি আছে, হাস্পতাল ডিউটীও কৰি আছোঁ।

: কৰা। মানুহক যিমান পাৰি সহায় কৰিব লাগে।

: কেতিয়াবা ভাব হয়, বাদেই দিওঁ নেকি !

: কি ? বিয়া ?

: ওঁ।

: খেৎ কি কোৱা ? কিমান ভালপোৱা তাইক জানো নহয়।

: তাইকহে পাওঁ।

: মানে ?

: গোটেই ফেমিলীটোৰ কাৰণেই যে কিমান দৌৰাদৌৰি কৰি আছো। মই নিজৰ ঘৰৰ কাৰণে তাৰ আধাও কৰা নাই। এতিয়াই এয়া, বিয়াৰ পিছত যে কি হ'ব । আজিকালি কমত কোনোবা নহয় কোনোবা থাকেই, পিছৰ অৱস্থাহে বৰ পুতৌলগা হ'ব। মাহৰ আৰম্ভণিতে জেপ খালী।

: মানুহখিনিক যে তুমি যিমানখিনি সুবিধা দিব পাৰিছা, সেইটো কম ডাঙৰ কথা নহয় ! পিছৰ কথা কিয় ভাবিছা, তেওঁলোকে হ'বলা এৰি দিব তোমাক ? তেওঁলোকেও চাব নহয় তোমাক।

: কোৱা কোৱা আৰু কোৱা। ফুটা পকেট লৈ বহি থাকিমহি ইয়াত। ধন ঢালিব লাগিব তুমি।

: দেখা যাব।

: পইচা নাই বুলি ক'বা ছাগে।

: ওঁ।

: আচ্ছা, বহিবলৈ দিবাতো ? তেতিয়ালৈ কম টায়াৰ্ড হৈ যামনে বাৰু ?

: নোহোৱা।

: নহওঁ ?

: ওহোঁ, নোহোৱা। পূৰ্বেকল মেছ তেতিয়া ঘৰ হ'বগে। তাই যে থাকিবহি তোমাৰ কাষত, কিমান এনাৰ্জী পাবা তুমি চাবাচোন !

: আচ্ছা, এটা কথা কোৱা, এই এনাৰ্জীক তুমি কি নাম দিবা ?

: প্ৰেম, ভালপোৱা।

: হাস্ বিয়াৰ পাচত বোলে নাথাকে।

: কিছুদিন থকা যেনেইতো লাগি থাকে___।

: মানে ?

: ৰোমাঞ্চ। তাৰপিছত চাউল-দাইল, তল'-জেলাচ, ল'ৰা-ছোৱালী, বেংক-

ইঞ্জিওৰেঞ্চ, ঘৰ-গাড়ী... কেৱল দায়িত্ব, কৰ্তব্য আৰু কম্প্ৰমাইজ। তাৰমাজত আৰু ক'ত ভালপোৱা ? অৱশ্যে ইগ'-জেলাচলৈকে অলপ অলপ থাকে। তাৰপিছত নাই। তাৰপিছত আৰু সময় ক'ত ? বয়স ক'ত ? ডাইৰেক্ট তুমি সংকীৰ্তনত বহি যোৱা নহ'লে বৰ্ণিহাটত গাড়ী ৰখাই ভালপাওঁ ভালপাওঁকৈ কাৰোবাৰ কোলাত মূৰ থৈ শান্তি পোৱা।

: তুমি সঁচাকৈয়ে কবিতা লিখানে অভিলাষা ?

: মানে ?

: কথাবোৰ একেবাৰে হেৰিৰ নিচিনা।

: হেৰি পটাৰ ?

: আসি্ নহয়। কবিতা বুলিলেই যে দূৰতে সাতজাপ মাৰে, সেইবোৰ মানুহৰ নিচিনাহে।

: বাহ্ ?

: টু মাচ্চ প্ৰেক্‌টিকেল। অথচ তুমিয়েই লিখিছিলা- 'তুমি মোক চহকী কৰি তুলিছা, হাতত ধৰি খোজ কাঢ়িবলৈ শিকাইছা। পানীৰ তলেৰে......এটা স্বচ্ছ স্ফটিক চৰাই হৈ তুমি মোৰ বুকুৰ শস্য খুঁটিছা, এটা পদ্য সিঁচিছা মোৰ প্ৰাণত......' কি লিখা তুমি, বাহ্ ! কেছেটত কবিতাটো শুনিলেই মই কিবা হৈ যাওঁ। ল'ৰাটোৱে অৱশ্যে ভালকৈ আবৃত্তি কৰিব জনা নাই। মোকেই দিব পাৰিলাহেঁতেন।

: তেতিয়া তোমাৰ লগত নতুন চিনাকি......।

: চিনাকি নতুন-পুৰণি লৈ কি কথা !

: আচলতে মই নাজানিছিলোঁও তুমি আবৃত্তি কৰাৰ কথা। নাটক কৰা বুলিয়েই জানিছিলো। একেলগে বিহাৰ্ছেলো কৰিছিলো, অথচ নাজানিছিলো......।

কিয় লাগে ক'ব নোৱাৰোঁ, কবিতাটোত পায়ো প্ৰকাশিব নোৱাৰোঁ প্ৰেম সোমাই থকা যেন লাগে। আমাৰ সেই 'হায়দ্ৰাবাদী মুকুতা' নাটকৰ বিহাৰ্চেলৰ পিৰিয়ডটোতে লিখিছিলা নেকি ?

: ওঁ।

: কিয় লাগে তাৰ আগলৈকে যেন তুমি চহকী নাছিলা......!

: যেৎ কি কোৱা, কথি আনোগে ৰ'বা। বহা তুমি।

: পেডিমিয়নলৈ উভতিবা ?

: পেভিলিয়ন ?

: মানে নাৰীয়ে য'তেই যি কৰি নুফুৰক, ঘূৰি-পকি পাকঘৰটোৱেই। নালাগে কফি, বহা।

: আৰে কিয় নাখাবা ?

: মুড নাই এতিয়া।

: ইচ্ছ্ তেতিয়াই আনিব খুজিছিলো ...।

: অস্থিৰতা শেষ এতিয়া, কফি নহ'লেও হ'ব। সময় কিমান হ'ল ?

: দেৰি হৈছে অলপ।

: যাওঁ দিয়া।

: বহা। কফিতো কেঞ্চেল কৰিলাই, ভাতকে খাই যাবা।

: ওহোঁ, নালাগে।

: একো নহয়, খাই যাবা।

: নাই নাই নালাগে, মোৰ ল'ৰাটোৱে বান্ধিবই। মিছাতে পেলনিহে যাব।

: এনেই বহিবা ।

: ডাইনিং টেবুলত অকলে বহি ভাল নালাগে নহয়নে ?

: ও, ঠিকেই ধৰিছা।

: দাদা কাইলৈ পাবহি ?

: ওঁ।

: কিছু কবা তেওঁক ?

: অলপ-চলপ।

: ভালপোৱা ?

: কি যে কোৱা !

: আচ্ছা, দাদাৰোতো পায়।

: কিয় নাপাব বাক ?

: সুখি চালো। কাৰণ বিয়াৰ পিছত ভালপোৱা নাথাকেতো !

: নাথাকে। প্ৰেমিকজন স্বামী হৈ যায়। দাদাক মই সন্মান কৰোঁ, ভদ্ৰতা ৰাখোঁ, যত্ন লওঁ, চিন্তা কৰোঁ ...যেন পৃথিৱীৰ সবাতোকৈ সুখী ব্যক্তিজনা তেৱেঁই হোৱাটোকে কামনা কৰোঁ।

: আৰু প্ৰেমিকক এইবোৰ কৰা নাযায় নহয়নে ?

: তাত আবেগৰ প্ৰাধান্য বেছি। অভিমান, জেদ, খং, স্পৰ্শৰ পুলক, লাজ, ঈৰ্ষা-সন্দেহ থাকে। এই আটাইবোৰকে আবেগে নিয়ন্ত্ৰণ কৰে। সেইখিনিলৈকে ভালপোৱা মুক্ত। কোনো নিয়মত নচলে। কিন্তু মেৰিড লাইফত সেইবোৰ আমি নিজেই আঁতৰাই থৈ মেচিয়ৰ্ড পৰ্যায়ত বিচৰণ কৰোঁ।

: তুমিয়েইতো লিখিছিলা- 'সদায় মনত ৰাখিবা, যাক ভালপোৱা তেওঁ তোমাৰ কোনো নহয়, তেওঁতো কৃষকৰ শস্য, কাহানিও নুঘালিবা তেওঁৰ শিপা।'

: নহয়তো, তেওঁ তোমাৰ কোনো নহয়। যাক ভালপাবা তেওঁক গৃহবন্দী কৰি প্ৰেমিকৰ পৰা সহজাত মানুহলৈ নামি যাব নোৱাৰা তুমি। যাক ভালপাবা, তেওঁৰ সৈতে বিয়াতেই নবহিবা .. ।

: তাৰমানে কোনোবাই যদি কয় ভালপাম এগৰাকীক বিয়া কৰাম অন্য এগৰাকীক । এইটো কি কথা অভিলাষা ?

: কাৰণ ভালপোৱাটোৱেই হৈছে তোমাৰ জীৱনৰ সমস্ত বিনয়। সৰ্বশ্ৰেষ্ঠ আকাংক্ষা। তোমাৰ সংগোপন ঐশ্বৰ্য। যাক ভালপোৱা যায়, তেওঁৰ কথা ভাবিয়েই ভাল লাগে, স্পৰ্শ কৰি ধন্য হোৱা যায়। সেই প্ৰতিমাৰ হৃদয়জুৰি কেৱল ময়েইহে আছো বুলি গৰ্বিত হোৱা যায়। এই পৃথিৱীত তেওঁ আছে বাবেইতো সকলো সুন্দৰ তোমাৰ। তেওঁ পানী, তেওঁ উশাহ, যি নহ'লে জীয়ায়েই নাথাকা তুমি____।

: কেৱল ফিলিংছ লৈ জীয়াই থকাটো মইতো অসম্ভৱ বুলিয়েই ভাবোঁ।

: মই নাভাবোঁ। বিবাহৰ মাজেৰে প্ৰেমে সম্পূৰ্ণাংগ ৰূপ পালে বুলি ধৰি লোৱাসকলৰ বুকুৰ ভিতৰত শূন্য এটা সৃষ্টি হ'বলৈ বেছিদিন নালাগে। বিবাহৰ আগতে প্ৰেমিকা যেনে আছিল, তেনে সাদৃশ্যকে অন্যৰ মাজত ঘূৰ্মুটিয়াই বিচাৰি ফুৰে।

: বিয়াৰ পিছতো প্ৰেমৰ অনুসন্ধান।

: সেইকাৰণে যাক ভালপোৱা যায়, তেওঁক বৃক্ষৰ দৰে ঘৰৰ বাহিৰতে ৰাখিব লাগে। মুকলি আকাশৰ তলত, অকৃত্ৰিম পৰিৱেশত।

: তেওঁ যদি বেলেগৰ ঘৰত সংসাৰ মেলি বহেগৈ ? কি পাবা তুমি তেতিয়া ?

: সেইকাৰণেইতো লিখিছিলো - 'তেওঁ যি দিয়ে সেয়াই তোমাৰ প্ৰাপ্তি, বিনৰে গ্ৰহণ কৰিব তোমাক সেয়াইতো ভালপোৱা, কেৱল তেওঁৰ নামত বুকুৰ মাজত কই

ল'বা গছ, ছায়া দিয়া শুভ প্ৰাৰ্থনাৰ গছ।

: জীৱন কিয় ইমান জটিল হয় অভিলাষা ? কিয় আমি বিচাৰিব নাজানো ? পাযো হেৰুৱাওঁ।

: বৰ বিশেষ ভাবিব নালাগে। কাৰো অন্যায় চিন্তা নকৰাকৈ, বিস্তীৰ্ণ নিবিচৰাকৈ কাম কৰি যোৱা, যি পাইছা, হাঁহিমুখে গ্ৰহণ কৰা, আনক দেখি নহয়, নিজৰ প্ৰয়োজনীয়খিনিহে গোটাই লোৱা..... ।

: কথা সেইটো নহয়।

: নহ'লেতো ঠিকেই আছে। তাইক ভালপোৱা, তায়ো পায়, ঘৰে সন্মতি দিছে, বিয়াখনো হৈ যাব।বচ্ আৰু ভাবিব নালাগে।

: তেন্তে কিয় অস্থিৰ মই ? ক'তো যেন শান্তি নাই।

: ড্ৰিংকছটো কমোৱাচোন।

: কিয় ক'লা ?

: তোমাক মই ঘৰৰ মানুহৰ দৰেই ভাবোঁ, সেইকাৰণে। সেইবোৰত শান্তি নাথাকেতো। অঃ সঃ লাইট গ'ল দেখিছানে ?

: ইনভাটাৰ আছে নহয় !

: বেটাৰীতো দোকানত দিছিলো, কাইলৈহে দিব সিহঁতে। ৰ'বা, মই মমৰ যোগাৰ কৰোঁ।

: নালাগে ৰ'বা। বাহিৰত জোনাক আছে। পৰ্দাবোৰকে আঁতৰাই দিয়া।

: ৰ'বা, তুমি বহা, মই আঁতৰাও।

: মই গৈয়ে থাকোঁ দিয়া।

: আৰে, ভাত নোখোৱাকৈ কিয় যাবা ?

: জোনাক আৰু আন্ধাৰৰ মাজেৰে গুচি যাবৰ মন গৈছে। এনেকৈয়ে এৰি থৈ যাবৰ মন গৈছে তোমাক, কবিতা কিবা ওলায়ে কিজানি !

: সিদিনা যে চিৰিৰ তলতে বৈ তুমি ক'লা- তুমি আছোঁ ব'লা, মই ক'লো- ৰ'বা তুমি ইয়াতে যোৱা কটকে সদাই আহোঁ শাৰীৰন, তুমি নক'লানে, নালাগে, এনেকৈয়ে থাকা। এনেকৈয়ে ভাল লাগে তোমাক, জাৰুলী-পাৰুলী, খৰকৰা-ফৰকৰা কিবা অকৃত্ৰিম।

: বাঃ বহি গ'লো দিয়া। কবিতা নেকি অভিলাষা ?

: ওঁ।

: দাদাই লগ ধৰিছিল তোমাক ?

: ওঁ। মই তলতে টাব খুঁচৰি আছিলোঁ, তেওঁ বজাৰৰ পৰা আহি পাই ক'লে ব'লা ফুৰি আহোঁ। মই ক'লো তুমি ইয়াতে বোৰা, ফটকৈ সলাই আহোঁগে শাৰীখন___।

: তাৰপিছত ?

: তাৰপিছত নাই। তেওঁ একো নক'লে। ময়ো কাপোৰ সলাবলৈ উঠি আহিলোঁ, সলালোঁ আৰু আমি ওলাই গ'লো।

: তেন্তে এনে কবিতা ?

: ভাবোঁ তেনেকৈ। প্ৰেক্টিকেল লাইফৰ মাজতো, স্বামীৰ মাজতো প্ৰেমিকৰ ফিলিংছ ঢালিয়েইতো কবিতা লিখোঁ।

: অহ্।

: গৰম উঠা নাইনে ? ব'বা বিচনী আনো ...।

: মই যাওঁ।

: যোৱা তেন্তে, নৰখাওঁ।

: কিয় তুমি বাৰে বাৰে ফুলৰ স্তৱকেৰে ঢাকা উদং বুকু ?

: কবিতা নেকি ?

: ওঁ।

: তেন্তে শুনা, কিয় আহা বাৰে বাৰে, আতকৈ শুচি যোৱা মনবীয়া লতাই আৱৰা কোনো নিজান খটখটীলৈ,...প্ৰাচীন মন্দিৰৰ কোনো ভগ্নস্তূপলৈ, দুখ আৰু শুভকামনাৰ নিটোল আকাশী বাটলৈ___। এই, তোমাৰ মোবাইল ভাইব্ৰেচনত আছে নেকি ?

: অ' ইয়েছ। হেল্ল'! _অ' কাইলৈ কবি আছো মই, খবৰটো আজি দহৰজাত এজনে দিয়াৰ কথা, তাৰপিছতে কাইলৈ জনাম তোমাক । হ'বনে ? অ' কে_অ' কে, বাকী চব ঠিকে আছে নহয় ? টেক কেয়াৰ, অ' কে বাই, গুড নাইট।_____নাইটিংগেলৰ ফোন।_______দিলে নহয় মুড নষ্ট কৰি ! শান্তি নাই ! তোমাৰ ইয়াত অৱস্থান যদিহে বুলিলেও যত চব ফোনৰ ঝামেলা !

: হ'ব দিয়া, ভাইবছে ফোন।

: যাওঁ ?

: ওহোঁ নোৱাৰা।

: আৰে, এক মিনিটৰ আগত বোলে যোৱা।

: তেতিয়া তুমি শান্তিত আছিলা, জোনাক-কবিতাত ডুবিব খুজিছিলা. এতিয়া নোৱাৰা যাব.........।

: এইটো কি কথা অভিলাষা ? কিয় শান্তি পাওঁ ইয়াত ?

: ৰ'বা, আপীজনীয়ে ভাত কি কৰিছে ঠিক নাই, চাই আহোঁ।

: যোৱা, মোৰ পৰা লুকুৱাইছা নিজকে, কিন্তু ধৰা পৰি গৈছা নিজৰ ওচৰত......

: কি কোৱা !

: তেন্তে তুমিয়েই কোৱা।

: আমি খুব ভাল বন্ধু । য'ত শান্তি-মৰম-সমবেদনা সকলো থাকে।

: তেন্তে দুৱাৰখন খুলি থ'বা। অনবৰত.........। থ'বানে ?

: ওঁ।

: যেতিয়াই-তেতিয়াই আহিম মই তোমাৰ ওচৰলৈ গন্ধৰ সুগন্ধি বিচাৰি।

: কবিতা নেকি ?

: ওহোঁ, নহয়। তুমি গন্ধ, তুমি প্ৰকৃতি..........।

: আমি বিচাৰোঁ শান্তি।

: আমি প্ৰেমময় সুগন্ধি।

: ইচ্।

: হাঁহিছে চোৱা। নহয় নেকি ?

■ শাৰদী, এজিন, ২০০৭



## ◘ অনল ◘

ৰাক্ষসিনী পাহাৰৰ আশে পাশে যিকেইটা এম ভি পাছ ল'ৰা আছে, প্ৰায়ে সিহঁত ডুবাপাৰা পাৰ্কৰ ভিতৰৰ মিঠা ৰহদৈজোপাৰ তলত একগোট হয়। নাঙঠ দেহত একোখনকৈ গামোচা পোন্ধ মাৰি, গৰুখেদা লকৰে পিঠি খজুৱাই খজুৱাই সিহঁত গোঁৱাৰ খোজেৰে পাৰ্কমুৱা হয়। আটাইকেইটাৰে থুঁতৰিত কজলা নোম, ওঁঠৰ ওপৰতো। পৰম জ্ঞানীৰ দৰে সিহঁতে যেতিয়া মাৰ্ক্স-লেনিনৰ মত ফঁহিয়াই মছগুল হৈ থাকে, থুঁতৰিৰ লিংলিঙীয়া ঠৰঙা নোমবোৰেও যেন মূৰ দাঙি উঠে।

দলটোৰ ভিতৰতে আটাইতকৈ নিঃকিন ঘনশ্যামে সাধাৰণতে বৰকৈ কথা নকয়। মাৰ্ক্সীয় মতবোৰ নিজৰ ভিতৰতে গুণাগঁথা কৰি থাকে। ইহাত-সিহাতকৈ বাগৰি অহা বেটুপাত উৰুলা পুস্তিকাবোৰ পৰম মনোযোগেৰে পঢ়ে আৰু গাভিনী গাইলৈ কাটি নিয়া ঘাঁহৰ বোজাৰ মাজত লুকুৱাই সেইবোৰ ঘৰলৈ লৈ যায়। গাৰুৰ তলত থয়, লুকাই লুকাই পঢ়ে। ইঘৰ-সিঘৰকৈ ইটো-সিটো কাম কৰি ফুৰা মাকৰ বহুত আশা তাৰ ওপৰত; পঢ়ি শুনি কলম পকেটত লৈ অফিচলৈ যাব সি। গাঁৱৰ বহু ল'ৰাই আজিকালি পঢ়া-শুনা বাদ দিছে। কিছুমান নিৰুদ্দেশ হৈ গৈছিল, এতিয়া লুকাই-চুৰকৈ ঘৰলৈ আহিবলৈ ধৰিছে। কিছুমান খেতিত নামি পৰিছে, দোকান খুলিছে। কিছুমানে ঘোটে ঘোটে পি খাইছে চুলাই আৰু কিছুমানে হাতত দা লৈ টাউনলৈ নিতৌ ওলাই গৈছে হাজিৰা কামৰ সন্ধানত।

পইচাচেন ঘূৰণীয়া মুখখনত লাৱণ্য বুলিবলৈ যিকণ বাকী আছিল, সেইকণ পাতিউথহা চকু দুটাইহে কোনোমতে ধৰি অব মাকজনীক চাব পৰা কৰি ৰাখিছিল। সেইদুটা চকুৰেই মানুহজনীয়ে এই নিৰ্জু, নিবোকা ল'ৰাটোৰ গতিবিধি নিৰীক্ষণ কৰি থাকে। যলাকাঠত গছুৰ বয়স পঢ়াদি তাৰ চালচলন চাই মন পঢ়িব খোজে। ছজনী ছোৱালীৰ মাজৰ একমাত্ৰ ল'ৰা সি। বাপেক নোহোৱা ল'ৰা। বহু সপোন মাকৰ ...।

ঃ এইখন কি ঘন ?

সি উচাপ খাই উঠিছিল মাকৰ মাতত। ফটা কঠাৰে ঢাকি থোৱা গাকৰ তলৰ পৰা মাকে মাৰ্জ্জীয় পুস্তিকাখন উলিয়াই অৰ চকুৰ সন্মুখত জোকাৰিছিল।

: কি এইখন ??

: কিতাপ। চাওঁ দে।

: দে বুলিলেই দিমনে ? সোণক দেখুৱাই সুধি ল'ম কিহৰ কিতাপ এইখন

: ভাল কিতাপ। গল্পৰ কিতাপ —।

জপংকৈ পাখিমেলা চুণ্ডাবাদুলি হামখুৰি খাই পৰাদি মুহূৰ্ত্ততে পুস্তিকাখন চোতালতে উবুৰি খাই পৰিছিল।

বহুদূৰলৈকে, পদূলি পাৰ হৈ বহুদূৰলৈকে জেওৰাখুঁতি জোকাৰি মাকে তাক খেদা মাৰি আহিছিল।

বহুত আশা মাকৰ তাক লৈ, বহুত আশা। উৱলা কিতাপ লৰতনে-সাৱধানে থোৱা দেখিয়েই মাকে অনুমান কৰিছিল ই কাৰ সংগ লৈছে ! ডুবাপাৰা পাৰ্কত অনায়াসে বহিব পৰাহে হ'লগৈ এতিয়া ই ।

: সেইবোৰ নীতি-নিয়ম আমাৰ দেশত নাখাটে। মিছাতে বিপ্লৱ বিচাৰি লাভ নাই।

চোতালৰ জোনাকত মূঢ়া পাৰি সোণ ককাইদেউ বহিছিল। তেওঁ টাউনৰ পি ডব্লিউ ডি অফিচত চাকৰি কৰে। ফিট্‌ফিটীয়া পোচাক পিন্ধি চাইকেল চলাই টাউনলৈ যায়।

ঘনশ্যামে চোতালৰ পৰা তেওঁৰ চুটি ছাঁটোৰ কালে চাই ৰ'ল।

: বুজিছ' ঘন, নিজকে ভালদৰে গঢ়িবলৈ হ'লে পঢ়। এতিয়া তোৰ পঢ়াৰ সময়। নবৌয়ে কিমান কষ্ট কৰি পঢ়ুৱাইছে —। একো লাভ নাই এইবোৰ কিতাপ পঢ়ি, এইবোৰ কথা পাতি। লগ এৰি দে তই সিহঁতৰ। কি আছে সিহঁতৰ ? তোৰ নিচিনা ককাই ভাই, বাপ নোহোৱা কোনোবা এটা ওলাবনে সিহঁতৰ মাজত ? সেয়ে সিহঁতৰ দায়িত্বও নাই। কিন্তু তোৰ কথাটো সুকীয়া। তই অকলশৰীয়া, দায়িত্বও আছে। ককাইদেউৰ হাতৰ দা —।

ঘনশ্যামে সোণ ককাইদেউৰ কথা নুশুনা হৈ আহিল। কি অভিধ আছিল সেইদিনা ?

সি স্কুলৰ পৰা ঘৰলৈ উভতিছিলহে, কোনোবাই তাক ঘৰলৈ চোঁচোৰাই লৈ গৈছিল- 'বল বল, পিতাৰ ঢুকাইছে ___ পিতাৰ ঢুকাইছে। গাড়ীয়ে খুন্দিয়াই মাথা গুড়া কৰি দিছে ___।'

বহুদিনলৈকে মাকৰ চাঙৰ তলত উচুপি পৰি বৈছিল দেউতাকৰ জীৱিকাৰ একমাত্র আহিলা দাখন। আলফুলে চুই সেইখন, মাকেও উচুপি উঠিছিল- 'হাজিৰা কৰিব নিদিওঁ তোক মই। এই দা চুব নোৱাৰ' তই __'

সি পুনৰ ফলিপুথি লৈ স্কুললৈ যাবলৈ আৰম্ভ কৰিছিল।

সি ডুবাপাৰা পাৰ্কলৈও যাবলৈ আৰম্ভ কৰিছিল। মিঠা বহদেজোপাৰ তলত বহি কথা পাতিবলৈ লৈছিল। চৰাইক সিঞ্চৰা সুহুৰি যেন সিহঁতৰ মাতবোৰ গলগলীয়া হৈ ওলাইছিল। চপক্-চপক্ চাধা চপৰিয়াইছিল কোনোবাই। নাই নাই, ঘনশ্যামে তাৰ ভাগ নলৈছিল। একেবাৰে যে নলৈছিল, তেনে নহয়। কিন্তু জ্বলা-জ্বলা বিস্বাদ এটাইহে যেন মুৰত উঠি বহিব খুজিছিল। থুৱাই পেলাইছিল সি। তলৰ ওঁঠৰ ভিতৰখন ডেগ্‌ডেগীয়া হৈ বৈছিল দুদিনলৈ।

: আমি কি সদায় এনেদৰেই থাকিম ? কালি পথাৰত বুঢ়া হালোৱাটো পৰি গৈছে, নিজে কান্ধত লৈ টানিছো হাল। বুজিবনে হলধৰে সেই কথা ? ধানদোন দিবৰ সময়ত সদায় ভিতৰত সোমাই থাকেগৈ। ধান নিদিয় বুঢ়া, পইচাকে দে। সদায় বাকী। কাম কৰিবৰ মন নোবোৱা হৈ আছে _।

: আমি নকৰিলে কি হ'ব চৰৰ পৰা কত আহিব ! ঘনশ্যামে গকৰ সলনি নিজে হাল টানি পোৱা নাই কিন্তু সি সেই কষ্ট অনুভৱ কৰিব পাৰে। লাহেকৈ মুখ খুলিলে সি-

: কেতিয়াবা মোৰ পঢ়া-শুনা এৰি দিবৰ মন যায়। ঘৰৰ মানুহবোৰে বৰ কষ্টৰে হাজিৰা কৰিছে _।

ওচৰৰে চতিয়ানাজোপাত কাউৰী বহি আছিল নেকি, তলৰ বাঁহনিতে থলাগকৈ কিবা এটা সৰি পৰিছিল। বহুখোজ দূৰৰ পকী বাটটোৰে হো-হোকৈ ট্ৰাক এখন পাৰ হৈ গৈছিল। ক'ৰবাত, ডিঙিত পঘাৰ ফাঁচ লাগি ছাগলী এজনীয়ে ভুমুল আৱাও জুৰিছিল ___

: হাজিৰা কৰিবলৈ ওলাই যাম যেন লাগে__।

চতিয়ানাৰ তলত হেৰোৱা বস্তু বিচাৰি ঘূৰ্মূৰিয়াই ফুৰা কাউৰীজনীলৈ চাই নিস্পৃহভাৱে ঘনশ্যামে কৈ উঠিছিল।

: কষ্ট আছে। কাম পোৱা-নোপোৱাৰো ঠিকনা নাথাকেঁ। কিন্তু দিবনে তোক এইকাম কৰিবলৈ ?মাৰে দিবনে ?

: ____।

: নালাগে দে, আমাৰ দৰে হ'ব। তুই পঢ়। মাষ্টৰৰ ল'ৰাইহে পঢ়ায় কিয় মাষ্টৰ হ'ব ? তয়ো হ'ব পাৰিবি।

কাউৰীজনীৰ ফালে চাই থকা ঘনশ্যামৰ নিৰ্বিকাৰ মুখত যেন এটি ব্যংগ হাঁহিহে ফুটি উঠিছিল। মাষ্টৰৰ ল'ৰা মাষ্টৰ। ঠিকেইতো।

: ঠিকেই কৈছ। মাষ্টৰৰ ল'ৰাইহে মাষ্টৰ হয় আৰু হাজিৰা কৰাবোৰৰ সদায় হাজিৰাই হয়গৈ। বাবৰে কি কৈছিল জান ? ভাৰতত পোৱা আটাইতকৈ ডাঙৰ সুবিধাটো হৈছে, ইয়াত প্ৰতিটো কামৰ বাবেই অসংখ্য বনুৱা পোৱা যায়। যুগ যুগ ধৰি বাপেকৰ পৰা পুতেকলৈ একেটা কামকে কৰি আছে- বনুৱাৰ কাম। ভাৰতত প্ৰত্যেক কামৰ বাবে সদায় এনে এটি দল সাজু হৈ থাকে।

: থৈ দে বাবৰৰ কথা।

: মিছাতো নহয়।

চ'ত-ব'হাগ একো নোহাৱোকৈয়ে যেন বৰদৈচিলাই সিহঁতৰ মূৰৰ ওপৰেৰে ডেউকা কোবাই মাকৰ ঘৰলৈ ঢাপলি মেলিছিল। অদৃশ্য বতাহ এজাকে উথাই-মুথাই কোবাইছিল সিহঁতক। কি হ'ব সিহঁতৰ ? বাছিযাৰ দৰে এটা সাংঘাতিক পৰিবৰ্তনৰ সপোন দেখা যায়নে এই ঠাইত ? হাতৰ দা এৰি সিহঁত আটাইসোপাই কোনোবা কাহানিতে বৰকীত যোৱা মাটিত মহা আড়ম্বৰেৰে কঠীয়া কৰগৈ পাৰিবনে ? পাৰিবনে ? সম্ভৱনে ? এয়া সম্ভৱনে, হাতত দা লৈ তেজে তুমবলি দি বাগানত পৰি যোৱা বাপেকৰ পুতেক ঘনশ্যামে পকেটত কলম সুমুৱাই টাউনৰ অফিচটোত আহ-যাহ কৰাটো সম্ভৱনে ?

জুয় বাৰ্দ্ধি বহি থোৱা আটাইকেইটা ল'ৰা সৌৰজগতৰ গ্ৰহৰ দৰে নিজ নিজ কক্ষপথেৰে গতি কৰিবলৈ পাৰ্কৰ বননিৰ পৰা উঠি থিয় হ'ল। কিন্তু বহাতে বহি ৰ'ল ঘনশ্যাম। তাৰ ভনীয়েক এজনীয়ে আগদিনা কন্যাকাল পাইছে। সূৰ্য অস্ত যাবৰ

সময় এতিয়া। শুনামতে তাইৰ মুখত কিবা এটি পেলোৱাৰো সময় এতিয়া।

বুকুত যেন এখন গধুৰ পাটে হেঁচামাৰি ধৰিলে তাক। কিমান অপেক্ষা আছে আৰু ঘৰখনৰ ? কিমান পঢ়িব লাগিব সি ? কোনোবা এটা অফিচলে কামিজৰ পকেটত কলম গুজি আহ-যাহ কৰিবলৈ কিমান দিন আছে আৰু ! ধন ঘটি এটা সুষম জীৱন কটাবলৈ কিমান দিন যে আছে ! ইমানদিনলৈ সেই সপোন তত্তৱজীয়া প্ৰাণ-প্ৰাচুৰ্যময় হৈ ৰ'বনে ? আস্ ! তৰ মুখলৈকে চাই বৈছে যেন গাভৰু ভনীয়েকহঁতে !

: দাদা, কিয় পঢ় তই এইবোৰ ?

ভনীয়েক এজনীৰ আকস্মিক মাতত ঘনশ্যাম উচপ খাই উঠিল। লৰালৰিকৈ পঢ়া কিতাপৰ মাজত সেইখন সি লুকুৱাই আন এখন কিতাপ মেলি ল'লে।

: কিয় পঢ় দাদা ?

সি মুখ নুতুলিলে। কিন্তু তাইৰ মুখৰ অভিব্যক্তি ঠিকেই দেখা পালে। ক'লে

: পঢ়ো আৰু !

: কিয় পঢ় ?

: __ ।

: হুঁ ?

সি এইবাৰ তাইৰ কালে চালে। চাকিৰ পোহৰতো তাইৰ মুখৰ কমনীয়তা অতি উজ্জ্বল হৈ ধৰা দিছে। তেলৰ অভাৱৰ পুষ্টি হেৰুওৱা চুলিকোছাৰ দুডালমান গালে-মুখে সিঁচৰিত হৈ পৰিছে। গালত হাতেৰে ভেজা দিয়া তাইৰ হাতৰ আঙুলিকেইটা যেন তাইৰ নহয় ! তাইৰ নিপোটল মসৃণ গালৰ স'তে একেবাৰে খাপ নোখোৱা হাতৰ আঙুলি। ইচ্ কোনোবাই যেন বিৰিণাৰ ধাৰেৰে ছিৰলা-ছিৰিলিকৈ আঁকিয়াই পেলাইছে আঙুলিবোৰ ! ঘৰে ঘৰে কাম কৰোঁতে কৰোঁতে বিৰ্বৰ্ণ হৈ পৰা আঙুলি !

সি চকু ঘুৰালে। ক'লে-

: আমি এটা বিপ্লৱ বিচাৰোঁ __।

: কি বিপ্লৱ ?

: সম অধিকাৰৰ। সকলোৱে সমান অধিকাৰৰ। কাম কৰিও যে উচিতখিনি নাপাওঁ আমি__।

: অই দাদা, মাৰিলে মাৰিলে _। মায়ে মাৰিলে _।

ভনীয়েকৰ সংতৰ্ক বাণীত সাৱধান হ'বলৈ নোপাওঁতেই তাৰ পিঠিত মাকে গেমেহ্-গেমেহকৈ কেইবাটাও ঔ পাৰিলে।

: গজমূৰা ! সেয়াহে শিকিছ ? ইস্কুললৈ যাবনে পাৰ্কত মেল মাৰ গজমূৰা ? ৰ' তোক মই বহুৱাই বহুৱাই খুৱাম আঁক _!

চিঞৰি চিঞৰি বকিবলৈ ধৰিছিল মাকে। সি তলমূৰকৈ বোৱাতে বৈ থাকিল। কিয় জানো মাকৰ ভয়ত তাৰ আজি পলাবলৈ মন নগ'ল। যেন সি পাৱলগীয়া গালিখিনি সম্পূৰ্ণকৈ শুনিব খুজিলে আজি !

সি তলমূৰকৈ থিয় হৈ ৰ'ল। দূৰৈৰ পৰা ভাহি আহিছিল ফেউঁৰাৰ মাত। বাৰীৰ চুকৰ জাতিবাঁহৰ টিপটোৰ ফালৰ পৰা স্ত্ৰীকণ্ঠৰ ফিচ্‌ফিচনি শুনা গৈছিল। বোধহয় সৰুপানী চুবলৈ গৈছে কোনোবা দুজনী।

সি তলমূৰকৈ থিয় হৈয়ে বৈ থাকিল। দোষ কৰা নাই সি পাৰ্কলৈ গৈ। কিন্তু মাকে নিবিচৰা কাম কৰি দোষী দোষী ভাব এটাৰে আচ্ছন্ন হৈ ৰ'ল সি !

: যা, সংগঠনতে যা। মোৰ কোনো ল'ৰা নাই বুলি ধৰি ল'ম _।

: এ মাই ! ইমানকৈ বকিছ কিয় ? দাদা তই নাযাবি আৰু পাৰ্কলৈ। নাযাবি আজিৰ পৰা _। ভাত খাহি আহ _।

যন্ত্ৰৰ দৰে ভৰি চলিছিল তাৰ। মজিয়াত বহি ভাতৰ গৰাহ মুখলৈ তুলি নিব খুজি তাৰ হাত থমকি ৰৈছিল। এই হাত ! এই হাতে দা ধৰিব পৰা শক্তি আৰু কৰ্মপ্ৰেৰণা যে কেতিয়াবাই অৰ্জন কৰিছে সেই কথা ঘোষণা কৰি দিবনেকি ? আজি এতিয়াই ?

সুঁতিৰ সিপাৰৰ পৰা বায়েকক খুজিবলৈ মানুহ আহিছিল। দেউতাক জীয়াই আছিল তেতিয়া। মানুহ আহি ছোৱালী চাই পচন্দও কৰিছিল, কিন্তু ল'ৰাই কৈ উঠিছিল- ভনীয়েকক দিব নেকি ? চোৰা ছোৱালীজনীৰ ঠিক তলৰজনীক?' গৰগৰাই উঠিছিল সুঁতিৰ দুয়োপাৰৰ মানুহ। দস্তুৰমত ডাঙৰজনীৰ স'তেও বিয়া হৈ গৈছিল তাৰ। কিন্তু ___কিন্তু ক'ৰবাত যেন কেলা লাগিছিল। বায়েকৰ অশৌচীয়াত সহায় কৰিবলৈ গৈ ভনীয়েক উভতি অহাৰ নামকে নোলোৱা হৈ আহিছে _। মূৰে-কপালে হাত দি জঠৰ হৈ বহি ৰয় মাক আজিকালি _।

ভাতৰ পৰাহ কাঢ়িয়াৰ খোজা হাতখন তললৈ নমাই সি মাকৰ মুখলৈ চালে। সুধিবনেকি কিবা ? ক'ব নেকি মাকক সিপাৰলৈ গৈ সক বায়েকক ঘূৰাই আনিব পৰাৰ শক্তি অৰ্জন কৰাৰ কথা ?

দুদিনমান পাছতেই সি পুনৰ স্কুলৰ পৰা বাহিৰে বাহিৰে পাৰ্কৰ ফালে যাবলৈ ধৰিলে। স্কুলছুটিৰ সময়লৈ বাকীকেইটা আহি নাপায়হি বৰদৈৰ তল। হাজিৰাৰ সময় শেষেই নহয়। তেতিয়াও সিহঁতৰ। কিন্তু সেইদিনা হাজিৰা নোপোৱা ললিত আৰু সক বহি আছিল, দুয়ো দুয়োলৈকে চাই।

হাতৰ কিতাপ কেইখন ঘাঁহনিতে থৈ ঘনশ্যামো বহিল সিহঁতৰ কাষতে। বহুপৰ তিনিও নিশ্চুপ হৈ বহি ৰ'ল। ঘনশ্যামে বাকী দুটাৰ মুখলৈ চালে। ভালদৰে চালে। সিহঁতেও চালে। যেন সুধিব খুজিলে তাক, কিয় সি অহা নাই আগৰ দুদিন ?

: কিবা হ'বনে আমি এনেকৈ কথাপতাৰ পৰা ?' উদাসীনভাৱে অকস্মাৎ ঘনশ্যামে সুধিলে সিহঁত দুটাক।

: হ'বতো।

: কি হ'ব ? কি হ'ব ?

: তোৰ আকৌ হঠাৎ কি হ'ল ?

: ___।

: কি ভাবিছ তই ?

: ঘৰখনলৈ যাবৰ মন নাযায় ___।

: নগ'লেই হ'ল।

: ___।

: কি হৈছেনো ?

: ___।

: মাৰে গালি দিলে ?

: সেইটো একো কথা নহয়। কিন্তু নিজকে বৰ অকৰ্মণ্য যেন লগা হৈছে আজিকালি ___।

: দা লোৱাৰ মতলব নেকি ?

: ___।

: কি কৰিম বুলি ভাবিছ ?

: অকেইতো ! হাজিৰা কৰাৰ কথাও ভাবিব নোৱাৰোঁ —। পঢ়ি-শুনি কিবা এটা হ'বলৈও বহু দিন —। ভনীজনীলৈও বেয়া লাগে, মাৰ কথাটো নকওঁৱেই।

: হুম্ !'

হঠাৎ গাৰ কাষতে হেঁৰেলিয়াই উঠিছিল গৰু এটাই। উচাপ খাই উঠিল সি। আৰু তিনিও উৰ্দ্ধশ্বাসে চোঁচা ল'লে গৰুটোলৈ। হিচ্ হিচ্ —হিচ্ —হিচ্ ) ভেলেই এফাল চোবাই পেলালে সি ঘনশ্যামৰ এলজেব্ৰাৰ কিতাপখন। উধাই-মুধাই কোবালে সিহঁতে গৰুটোক। নেগুৰ পকাই উধাই-মুধাই কোবালে।অথামথা খাই গৰুৱেও প্ৰাণটাকি দৌৰিবলৈ ধৰিলে।

হাতত বিধ্বস্ত কিতাপখন লৈ ঘনশ্যামৰ চকুপানী ওলাওঁ ওলাওঁ হ'ল।

— উৰলা কিতাপ যতনেৰে সামৰাৰ অভ্যাস আছে তাৰ।

সেইদিনা, তেতিয়াই অধোবদনে ঘৰলৈ উভতিল সি।

দুৱাৰদলিতে মূৰে-কপালে হাত দি থৰ লাগি বহি আছে মাক। সি ভিতৰলৈ সোমাই গ'ল। আৰু ভিতৰলৈ। —। নাই, কোনো নাই সৌ সিদিনা কন্যাকাল পোৱা ভনীয়েকজনী ? সাতদিন নোহোৱালৈকেতো কোঠাৰ বাহিৰ নহ'ব তাই ! সোমাও নোসোমাও কৈ সি দুৱাৰখন ঠেলি কোঠাটোলৈ সোমাই গ'ল।

আ-ৰে ! এয়া কি ?

আটাইকেইজনীয়েইচোন কোঠাটোত ঠাহ খাই আছে ! মাটিত বহি জুপুকা মাৰি থকা কন্যাকাল পোৱাজনীৰ ফালে চাব নুখুজিলে সি।

পিৰিপকৈ জুমটোৰ পৰা ভনীয়েকজনী বাহিৰলৈ ওলাই গ'ল। দিনতে এন্ধাৰ কোঠাৰ চাংখনত তেতিয়াও বাগৰি আছিল কোনোবা এজনী। সি কাষ চাপি গ'ল তাইৰ। জুৰি চালে মুখখন !

: ভাইটি !

সি থমকি ৰ'ল। এইবাৰ মাত ! সৰু বায়েকৰ মাত নহয়নে ? — সি থমকি ৰ'ল। তাই লাহেকৈ উঠি বহিল। গাৰ চাদৰ টানিলে আৰু লাহেকৈ, তাৰ গাৰ কাষেদিয়েই লৈ দুৱাৰখনত হাত দিলে।

হঠাৎ, হঠাৎ তাৰ বায়েকৰ আগতে দেখা যাবৰ পেটটোলৈ চিৰিংকৈ কলত

পৰি গ'ল। এটা নিচেই অকলমানি মানুহ কুঁচিমুচি সোমাই থাকিব পৰা মাইকী মানুহৰ পেট। ওকন্দা পেট।

হো-হোকৈ পকীবাটত চলা ট্ৰাকৰ দৰে গৈ সি তাইক আগচি ধৰিলে।

হয়, হয়, হয়, হয় গৰ্ভৱতী তাই। গৰ্ভৱতী তাই।

হাত-ভৰিবোৰত কাহানিও সৃষ্টি নোহোৱা অদ্ভুত কম্পন অনুভৱ কৰিলে সি। চাবনে, চাবনে সি তাইৰ সেওঁতালৈ? এয়া যে থৰ্‌থৰকৈ কঁপি বৈ আছে তাই একেবাৰে তাৰ মুখামুখিকৈ, চাবনে সি, চাবনে?

সি চকু তুলিছিল।

বিস্তীৰ্ণ বালুকাৰ মাজেৰে বৈ যোৱা সুঁতিটোৰ দৰেই বৰ্ণহীন। একেবাৰে ধক্‌ধকীয়া সেওঁতা ।সেন্দুৰ নপৰা সেওঁতা। গৰ্ভৱতী নাৰীৰ এনে ৰূপ ? সিজনী বায়েকৰ লগতে ভিনিহিয়েকে এইজনী বায়েককো গৰ্ভৱতী বনাই পেলালে। বনাই পেলালে কুমাৰী মাতৃ। মূৰে-কপালে হাত দি দুৱাৰডলিত বহি থকা মাক উচপ খাই উঠিছিল। গাৰ কাবেদিয়েই যে দৌৰি পাৰ হৈ গ'ল ঘনশ্যাম, হাতত কি তাৰ ? চাওৰ তলত আলফুলে সামৰি থোৱা দেউতাকৰ দাখন নহয়নে ?

মানুহজনী পুতেকৰ পাছে পাছে চপলিয়াই গ'ল। তেওঁৰ পাছে পাছে গাওঁৰ জীয়েক বুঢ়ীমানো।

বৈ বৈ চালে বাটৰ মানুহে — বৈ বৈ চালে। খোলা দা আকাশলৈ জোকাৰি ঊৰ্দ্ধশ্বাসে সুঁতিৰ সিপাৰলৈ ভিনিহিয়েকৰ ঘৰলৈ দৌৰি আছে সৌৱা ঘনশ্যাম —।

■ জনমভূমি, বঙালী বিহু বিশেষ সংখ্যা, ২০০৩



# ❐ কঙ্কপথত এবাতি ❐

চিপচিপীয়া বৰষুণতে তাৰ অৱস্থাটো জুকলি জুপুৰি হোৱা চৰাই পোৱালিৰ দৰে হ'ল। আজি কেইদিন হ'ল আকাশলৈ মূৰ তুলি চাব পৰা নাই। ফেৰফেৰীয়া বতাহ আৰু গোমা বতৰ, আমনি লগা কাৰবাৰ। প্ৰথম দুদিনমান ভাল লাগিছিল। গৰম গৰম পকোৰা। তাৰ পাছত আছিল জুলা দিয়া মাংস। অফিচটোৰ মানুহ দিহাদিহি ওলাই গৈ গৈ শেষ হৈ যোৱাৰ পাছত সি দুৱাৰ খিৰিকী মাৰিছিল, চাবিজোতা সযতনে সামৰি আকাশলৈ চাই চায়ে চিৰিৰে নামি আহিছিল। ঘৰত সোমাবলৈ মন যোৱা নাছিল। বিয়া পতানো কিমান দিন হৈছিল, আইৰ ল'ৰা পাবৰ হ'লেই। মাকৰ ঘৰত আছেগৈ। সেয়ে সি বৰষুণৰ প্ৰথমদিনা ঘৰ পাৰ হৈ গৈ থাকিল। নানীৰ দোকানৰ চাহ-পকোৰা খালে। অকলে অকলে বৰষুণৰ ৰূপ উপভোগ কৰিলে। তাৰ পাছদিনা সি নানীৰ দোকানত চাহ চিঙাৰা খাই নগৰৰ চাৰিআলিৰ পাণদোকানৰ ছত্ৰছায়াত বিড়ি ফুঁকি চিন্তাত বিভোৰ হ'ল। সেই চিন্তা যে তাৰ নিজৰ আছিল, তেনে নহয়। ঘৈণীয়েকৰো নাছিল। অফিচৰ নাছিল, নাছিল ধাৰ মাৰিবলৈ থকা টকাৰো। হয়, সেই চিন্তা আছিল বৰষুণৰ। দুটাই মাথোন অন্তৰ্বাস, এটি নুগুকালে আনটিলৈ টান। বৰষুণ আচলতে বৰ ভাল বস্তু নহয়। অঁ খেতি য'ত, ত'তেইহে বৰষুণৰ আদৰ হোৱা উচিত। এইদৰে য'তে-ত'তে যথেমথে যে দি থাকে, পেনেৰী তিৰোতাৰ দৰে যে পেনপেনাই বিৰক্ত কৰে শিবিৰইতক, এই বৰষুণ মুঠেই আদৰণীয় নহয়। — দুটাকৈ বিড়ি শেষ কৰি সি এটা কথা ঠাৱৰ কৰিব পাৰিছিল যে বৰষুণ বেয়া। বৰষুণৰ পেট পচা। বৰষুণ কপটীয়া। ঘৰৰ দুৱাৰ খুলিবই নোৱাৰি, সেমেকা-ভেঁকুৰা গোন্ধ। খোৱা বস্তু উদঙাবই নোৱাৰি লেবেলি-ভেঁকুৰি শেষ। মাজনিশা বাহিৰলৈ খুপি-খুপি ওলালেও ধপাচ্। নাই নাই বুলি মানুহজনীৰ পেটৰ মোনাত ভূমিকম্প হ'লেও ঘটিব মহা বিপদ। নিবও নোৱাৰি হাস্পতাললৈ, ডাক্তৰো নাহে তাৰ ঘৰলৈ।

সেইনিশা পুনৰ সি বিড়ি হোপা চলিব পৰা নানীৰ দোকানৰ কাষৰ কলবীৰ ভায়াৰ হোটেল পালেগৈ। জুলা দিয়া মাংস আৰু ভাত। লাইট নাছিল। বৰষুণ যে !

ইমানেই বেয়া বস্তু যে, পোহৰো ভেঁকুৰাই পেলায়। লেম-চাকিৰ পোহৰতে বেঞ্চিত ভৰি এটা উঠাই সি মাংস-ভাত চুচি বাচি খালে। অৰ পাছত ৰাস্তালৈ চাই চাই বিড়ি আৰু পেটে পেটে বৰষুণক গালি।

তথাপি উপায় নাই। তিতি বুৰি ঘৰ সোমালহি। চালত চৰায়ে খচমচাই আছিল। নতুন পোৱালি আছিল তাত। সি উশাহ সলালেও মাক-বাপেকীহালে উচপ খাই উঠে। কি বুলি ভাবে তাক, চৰাইখোৰা ? হওঁতে হয়। ফচ্‌কৈ জুইশলা কাঠি এটা মাৰি চাকিটো জ্বলাওতে অৰ ওঁঠেৰে হাঁহি এটা বিয়পি পৰিল। হওঁতে হয়, হয় সি চৰাই খোৱাই হয়। সেইবুলি এনেকৈ নহয় দেই, দস্তুৰমত বলবীৰৰ দোকানত পইচা ঢালিহে খাইছে। পাপৰ প্ৰায়শ্চিত্ত একেলগে কৰি থৈ আহিছে।

বৰষুণে তিওৱা জেপজেপীয়া কানি-কাপোৰবোৰ সলাই বিচনাত দীঘল দি ফুঁ মাৰি চাকিগছ নুমুৱাই ঈশ্বৰৰ নাম লোৱাদি বিৰবিৰালে সি ওপৰলৈ চাই-

: শুই থাক বোপাইহঁত। মোৰ পেটত ইমান ময়লা নাই। কিয় খাম বাৰু তহঁতক ?

কৈ অঁতাইছেহে, টপক্‌কৈ কপালত বৰষুণ।

চকুত, গালত, বুকুত, পেটত .....।

: চালা !

সি গাৰুটো লৈ ভৰিৰ ফালে মুৰ থৈ শুলে। এইবাৰ বৰষুণৰ টোকৰ তাৰ ভৰিত। সি ভৰিদুটা মেলি দিলে, চপাই দিলে। তথাপি টোকৰ।

: চা-লা !

এইবাৰ সি কুছিমুছি দস্যু দ হৈ শুলে।

এইবাৰো টোকৰ। অবিৰাম টোকৰ তাৰ তপিনাত।

: ধ্যুৎ চালা !

সি উঠি বহিল। বিচনাৰ তুলী-চাদৰ-আঠুঁৱা সামৰি যিমান পাৰি বৰষুণ নপৰা চুকটোলৈ গ'ল। কিন্তু হাত ভৰি মেলি বিশ্ৰাম লোৱাৰ উপায় নাই।

বিচনাৰ পৰা নামি আহিল সি। ফচ্‌কৈ কাঠী মাৰি চাকি জ্বলালে। খৰমৰাই উঠিল চৰাইকেইটাই। তাৰ কপালত বিৰক্তিৰে সক পাঁখি এটা মাৰি দিছিল, এতিয়া সেই টোৰ আকৃতি বাঢ়ি গ'ল। এই আকৃতি বৃদ্ধিৰ কাণ্ডটো চৰাইহঁতে দেখি আছিল

নেকি, নে সিহঁতে তাৰ নিশাহে বিয়পোৱা বলবীৰৰ দোকানৰ মাংসৰ গোন্ধতে আতংকিত হ'ল, মুঠতে আৰম্ভ কৰি দিলে দুৰ্ঘোৰ প্ৰতিবাদ। গোটেই পৰিয়ালটোৱে।

ঃ চুপ চালা।

নাই, চৰায়ে নুশুনে। প্ৰতিবাদ ধ্বণালে প্ৰতিধ্বনিত হ'ল। তাৰ গোটেই কপালখন গাঁথিৰে উপচি পৰিল। তথাপিতো সিহঁতে মাত বন্ধ নকৰিলে।

সি চাকিগছিলৈ চালে। চিঞৰ-বাখৰৰ কোবত কঁপিব ধৰিছে। আচলতে চাকিৰ শিখা এনেও বৰ বিনম্ৰ। ধৰ্মীয় ভাবাপন্ন। অলপ অচৰপ দৰ্শনো জানে। নাই নাই চাকিক একো কোৱা নাযায়।

সি বিচনাৰ পৰা তুলসী-গাৰ নমাই মজিয়াত পাটী বহলালে। তাৰপাছত ফুঁ এটা মাৰি আন্ধাৰে মুন্ধাৰে বাগৰি পৰিল।

তাৰ টোপনি আহিল।

চৰাইহঁতৰো।

কেৱল সাৰে থাকিল তেজপিয়া মহ আৰু বৰযুণজাক।

ফলত আধাৰাতিতে দুৱাৰ খুলি বিড়ি হুপি বহি থাকিল সি পোহৰ হোৱালৈ।

পাছদিনা গা কেনেবা-কেনেবি। কেনে ? অফিচলৈ যোৱাৰ ৰাস্তাত সি হিচাব এটা কৰিলে। ল'ৰা এটা উপজিব বুলি কাণত পৰোতে যদি গা সাতখন-আঠখন হ'ব পাৰে তেন্তে গণিত মতে এনে অৱস্থাৰ নাম উনৈশ বিশ হ'ব পাৰে। অৰ্থাৎ ইফাল সিফাল।

সেইনিশা সি বলবীৰৰ দোকানৰ কাষৰ এন্ধাৰতে এঢোক মাৰি ল'লে। অলপ ভাল লাগিল, নলগা নহয়। কিন্তু ভাত খোৱা পৰলৈ জিনজিননি খতম। সি আকৌ সেইখিনি পালেগৈ। এইবাৰ ডবল জিনজিননিৰ ব্যৱস্থা কৰিছে সি মাংসে ভাত খালে। তাৰপাছত প্লাষ্টিকৰ খোঙা এটা মুখত সুমুৱাই ঘৰমুৱা হ'ল।

ঃ চালা বৰষুণ !

বিৰাট খং উঠিল তাৰ। ৰাস্তাত বাটকৰা নাছিল বুলিবই পাৰি। সি মাজৰাস্তাতে কঁকালত হাত থৈ ৰ'ল আৰু আকাশলৈ চাই খিকাৰ দি উঠিল বৰুণ দেৱতাক। তাৰপাছত পুনৰ খোজ লৈ বৰষুণক চালা কোৱা হ'ল কি নাই, সি অনুভৱ কৰিলে জিনজিননিটো উধাও। মানুহৰ গাৰ পৰা অলকৰ খোজ পলোৱাৰি গৈলাইছে।

সি ব'ল। তর্জনীটো কামুৰি এখন্তেক চিন্তা কৰিলে। জেপত হাত দি চালে আৰু উভতিল। এইবাৰ একে আঁজোৰতে দলিয়াই পেলালে মুৰৰ ঠোঙা।

: চা-লা ! তিয়াবিতো ? তিয়া, কিমান তিয়াব পাৰ তিয়া।

কিন্তু সিহে তিয়ালে। নতুনকৈ জিন্‌জিননি লৈ তাৰপৰা ঘৰমুৰা হওঁ বুলি পেণ্টৰ চেইন খোলাৰ কথা ভাবিছিল, গোটেইটো পাহাৰীয়া ঝৰ্ণা বাগৰি বৈ অহাৰ লাজতে মূহকহ যাওঁ যেন হ'ল। লগেলগে জিন্‌জিননি শেষ।

: চা-লা !

তাৰ চেইনডালকে আঁজুৰি চিঙি দলিয়াই দিবৰ মন গ'ল। চাংকৈ খোলখাই যাব নোৱাৰেনে ? অফিচৰ ৰবাচাহাবৰ মইনাক এয়াৰপৰ্টৰ পৰা আনিবলৈ ড্ৰাইভাৰে তাকো সেইদিনা লগত লৈ গৈছিল। সি খিৰিকীৰে বতাহ খাওঁ বুলি ভাবিলে, আইনাখন লৰচৰকে নকৰে। ড্ৰাইভাৰে বোলে 'এই চুইচটো হেঁচি দিয়া।' আঃ চুইছিলহে সি, চাংকৈ নামি গৈছিল সেইখন। কেনেকৈ যে নামি গৈছিল !

আইনাখনলৈ তাৰ মৰম লাগি গ'ল। ইচ্ সেই কণমাণি চুইচটো

আৰু এইটো ?

চেইনৰ মূৰৰ কাঠীটো ? মূৰত ধৰি ঘটালি ঘটালিহে তল-ওপৰ কৰিব পাৰি।

: চা-লা ! নোচোও যা তোক, থাক তেনেকৈয়ে।

ঘৰমুৰা হ'ল সি।

ৰৰবুলেৰে-পাহাৰীয়া ঝৰ্ণাৰে খোজ কাঢ়িব নোৱাৰাকৈ জেপজেপীয়া সি। ঘৰলৈতো যাবই লাগিব। তিৰোতা বাস কৰা ঘৰ। এতিয়া নাই, কি হ'ল ? আহিবগৈতো। ঘৰ এৰিব নোৱাৰি। উদং ঘৰ পালেই ভূতে বাহ বান্ধি বহে।

হঠাতে তাৰ ভূতলৈ মনত পৰি গ'ল।

আৰু কেৰেচো-কেৰেচিকৈ থকা বেলৰ আলিলৈকো। হয়, তাতেই এদিন টুকুৰাটুকুৰকৈ পৰি আছিল তাৰ বৌয়েক। তেজে লপথপ। পেটৰ কেঁচুৱাৰ মঙহ চৌপাশে সিঁচৰিত।

বিজুলী-গাজনি।

আক সি বৈ গ'ল।

থিয় হৈ ৰ'ব নোৱাৰি। বৰষুণে তিয়াই তিয়াই সেমেকাই কোমলাই লেহেকা কৰি পেলাইছিল অৱ মেৰুদণ্ড।

ৰক - ৰক - ৰক - ৰক - ।

কেইখন ৰে'ল ?

কিমান চকা থাকে এখন ৰে'লত ?

ঠাইতে বহি পৰিল সি। যোঁপনি উঠিছে। নিজৰ শ্বাস-প্ৰশ্বাসৰ শব্দ নিজে শুনিছে। হয় হয়, জীয়াই আছে সি। জীয়া মানুহবেইহে এনে যোঁচৰ্যোঁচনি বাহিৰ হয়।

চকুযুৰি দুয়োহাতেৰে মোহাৰি ল'লে।

ৰক - ৰক - ৰক –ৰক –।

জিনজিননে ? আস্ সেইটো ক'লৈ গ'ল ? আছে আছে, কিন্তু য'ত থাকিব লাগিছিল, তাত নাই। কেৱল দেহত থাকে, পইচা দি কিনা জিনজিননি কেৱল দেহত থাকে। অৱশ্যে বেছিকৈ লাই দিলে সি মূৰত উঠি বহে। মূৰে কাম নকৰা হয়। আবোল-তাবোল বকে, বন্ধু-বাহানি দলিয়াই-খতিয়াই সাং কৰে।

কিন্তু এয়া কি হ'ল ? জিন্‌জিননিটো যে দেহত নাই, মূৰতো নাই ?

___ গাড়ী এখন আগুৱাই আহিছিল। তীব্ৰ পোহৰ। এজাউৰি পানী মাৰি থৈ গোঁ-গোৱাই গুচি গ'ল।

সি চকু মুখৰ পানী মোহাৰিলে। গাড়ী এখন গৈ থকা বুলি ৰঙা পোহৰ দুটিলে চালে বুজিব পাৰি। তাৰ জিভালে অনবৰতে দেও পাৰি পাৰি উঠি অহা শব্দটো উঠি আহিব খুজিছিলেই, কিন্তু সি গুকন্থ নিদিলে। পাৰ পৰা পানী সকলোই খোজ লোৱাৰ কথা ভাবিলে। আঙুলি কেইটা জোকাৰি জোকাৰি হাতখন বেনিতেনি গ'ল। পেন্টৰ চেইনৰ মূৰৰ কাঠীটো লাগিল।

এইবাৰ সেইডাল মাৰিবলৈ যত্ন কৰিলে। কিন্তু অসম্ভৱ। মাকক দেখি মেলখাই থকা চৰাই পোৱালিৰ ঠোঁটৰ দৰে মেলখায়ে ৰ'ল।

আকৌ ৰক - ৰক - ৰক - ৰক –।

অকল হৈ পৰিব কেনে মানুহ ! নেহলে জিন্‌জিননি মূৰত নাইহে মুতত আছে যে ?

খিলখিলীয়া হাঁহি। জিৰজিৰীয়া বৰষুণৰ বিজুলীৰ দৰে চকু চাট মৰা কাণৰ

ভমক।

: আমাৰ দেওৰ বৰ মৰমীয়াল।

তাৰ মেৰুদণ্ডত ঘূণে ধৰা অৱস্থা।

তথাপি পগলাৰ দৰে প্ৰদক্ষিণ কৰি থাকে মানুহজনীক। চুম্বকৰ দৰে অহৰহ টানি থাকিব পৰা কি প্ৰচণ্ড শক্তি মানুহজনীৰ। তাৰ আপোন ককায়েকে শাঁখা-সেন্দুৰ পিন্ধাই ওৰণি-বাৰণি দি লৈ অহা অপেস্বৰীৰ দৰে মানুহ আছিল সেইজনী। — নেদেখাজনৰ ওচৰত কাণত ধৰি শপত খাইছিল সি মানুহজনীলৈ বৈ নাথাকো বুলি। আচলতে তেনে হোৱাৰতো কথা নাছিল। ককায়েকৰ বিয়াৰ পাছতে গাড়ীয়ে খুন্দিয়াই তাৰ চাইকেল ভাঙিলে। চাইকেলত ওলোমাই লৈ ফুৰা ৰেডিঅ' গুড়া কৰিলে আৰু হাত এখন মূচৰি থৈ গ'ল। ডাক্তৰে ক'লে- 'ভাঙিছে, তিনিমাহৰ প্লাষ্টাৰ।' ঘৰলৈ কোঙা হৈ ঘূৰি আহি চৌকাৰ ওচৰত বহিছে সি, ককায়েক ওভতা নাই দোকানৰ পৰা আৰু চৌকাৰ সমুখত বহি মানুহজনীয়ে অলপ চাহ তপতাইছে। সি জুইলৈহে চাই আছিল, কিন্তু মানুহজনীয়ে ভাবিলে যেন অইলেকে চাই থকা বুলি !আঘাতে চকুলো বোৱাইছিল তাৰ, চাহ আগবঢ়োৱাৰ আগতে অই তাৰ প্লাষ্টাৰত হাত ফুৰাই দিলে। টপ্‌কৈ সৰি পৰিল ৰেডিঅ'ৰ এঢাৰি লোতক। তাই মোহাৰি দিলে। আকৌ সৰিল টপ্‌কৈ চাইকেলৰ এটোপ। তাই ইচ্‌ইচাই উঠিল, এইবাৰ দুয়োহাতেৰে তাৰ দুয়োখন গাল। আঃ কি সাদৰী পৰশ ! মাক ঢুকাবৰ দিনাই সেইবোৰ পৃথিৱীৰ পৰা নিঃশেষ হৈ যোৱা বুলি থকা তাৰ ধাৰণা অৱমানে ভুল ? সি গলি গ'ল। জুইৰ ওচৰত থোৱা সোণ-ৰূপৰ দৰে নিমিষতে গলি গ'ল সি। আৰু তাই ? অই হৈ উঠিল তাৰ মৰি যোৱা মাক. ।কাহিনী ইমানতে শেষ হোৱা হ'লে ভাল আছিল, কিন্তু নহ'ল। সদায় মাজনিশা চলংপলংকৈ ঘৰ সোমোৱা ককায়েকৰ পৰা মানুহজনীয়ে পাবলগীয়া মৰমখিনি তাৰ ফালৰ পৰা উবুৰিয়াই দিবলৈকে চট্‌ফটাই উঠিল তাৰ পৌৰুষত্ব। মানুহজনীক সি পানী কঢ়িয়াই আনি দিবলৈ লৈছিল, খৰি যতনাই দিছিল। দৰ্বহা পালে প্ৰথমেই চকাখিনিত অইৰ স্পৰ্শ লগোৱাইছিল, উৎসৱে-পাৰ্বণে শাৰী কিনি দিছিল। বাটে-ঘাটে দেখা হোৱালীইতৰ খুল পেহুৰ মতুযোৰ [illegible] দোকানে অইলৈ বুলি কিনি ফুৰিছিল। সেইখিনিলৈকেও ঠিকেই আছিল। কিন্তু তাইক [illegible] নাৰিকাৰ দৰে সজাই সি [illegible] সুখ পোৱাই [illegible].

প্ৰশংসাও কৰিবলৈ লাগি গ'ল যে ? ফাকুৱা বুলি এদিন গৰা মাৰি ধৰিলে, তাইৰ ডায়েৰুটো পানীত পৰি মৰা বুলি শুনি মূৰ্চ্ছা যাওঁতে দাংকোলাকৈ বিচনালৈ তুলি নিলে। ইমান দিনে তাইৰ পৰম ঐশ্বৰ্য বুলি আঁচলেৰে সামৰি ৰখা সকলোবোৰ সম্ভ্ৰান্ত গোপনীয়তা দেখি এইবাৰ তাৰ গাৰ বাহিৰে-ভিতৰে বজ্ৰপাত পৰিল। _ তাই তাৰ পৃথিৱী হৈ উঠিল আৰু সি হৈ উঠিল সেই পৃথিৱীক বাগৰি বাগৰি প্ৰদক্ষিণ কৰা এটা যন্ত্ৰ। মাকৰ ঘৰলৈ মনত পৰি আনমনা হৈ পৰিছিল এদিন তাই, আথে-বেথে সি তাইৰ মূৰত হাত ফুৰাই দিলে। ইমান সকতেই ঘৰ এৰি সিহঁতৰ মাকৰ ভূমিকাত নামিছেহি তাই। কিমান হ'ব তাইৰ বয়স ? আহ্ তাতকৈতো দেখাতেই তিনি-চাৰি বছৰ সৰু। চুলিৰ পৰা হাতখন বেণীলৈ লৈ গ'ল সি। বাহুৰ পৰা নামো নামো শাৰী তুলি দিলে। তাৰ পাছত লাহেকৈ তাইৰ মুখখন তাৰ এফালৈ আঁকোৱালি আনি দূৰ আকাশৰ তাইৰ চাই থকা মেঘচপৰালৈ চাই থাকিল সিও। তাৰ পাছত এদিন ধুমুহাত ঘৰ ভাঙো যেন হওঁতে ভয় খোৱা মানুহজনীক আলফুলে আঁকোৱালি ধৰি থাকিল সি। আৰু তাই ? তায়োতো কেতিয়াও আপত্তি কৰা নাছিল তাৰ তেনে আচৰণত। ঘৰৰ কাষৰ মানুহ ঘৰৰ গাভৰু জনীয়ে ডিঙিত ফাঁচ লওঁতে যে ঘিটমিটীয়া অন্ধকাৰ পাছচোতালত বৈ থৰথৰকাই কঁপিছিল তাই, সি যে একে আঁজোৰে ভিতৰলৈ টানি আনি বন্ধ কৰি দিছিল দুৱাৰ, সামৰি লৈছিল তাইক বুকুৰ মাজত, তেতিয়াওতো তাই আপত্তি কৰা নাছিল।

তেন্তে কিয় ঘটিল সেই অঘটন ?

কি ভুল আছিল তাৰ ?

ধুমুহা-বৰষুণ। কাষৰ ঘৰত কান্দোনৰ ৰোল। অপমৰণে মৰা ছোৱালীজনীৰ সৈতে পধূলি কথা পাতিছিল হেনো মানুহজনীয়ে, হাঁহিছিল। এতিয়া এই অঘটন। নিজকে যেন বিশ্বাস কৰা নাযায়। তাইৰ মুখৰ মাত হেৰাই গৈছিল। থৰথৰকাই কঁপি আছিল কেৱল।

সেই কঁপনিৰে কেনেকৈ তাই বৈ থাকিব মাজ নিশা ওভতা পিৰিয়েৰ্ডটোল ?

সি ভাবিছিল।

নিজৰ পৌৰুষৰ ওপৰত আস্থা বাঢ়িছিল। তাইলৈ চেনেহ বাঢ়িছিল আৰু আলফুলে জাপি লৈ সেই কঁপি থকা দেহটো পালেঙত ঢালি দিছিলগৈ। সি জোনৰ

সুষমাৰ দৰে ...। ঢলি পৰিছিল নিজেও সেই জোনাকত। দুয়ো মিলি উদযাপন কৰিছিল পূৰ্ণিমা ...।

... তাৰ পাছত আই আকৌ কঁপিবলৈ আৰম্ভ কৰিছিল। যেঁকুৰি যেঁকুৰি কান্দিছিল। যিমানে সি মেলি দিছিল স্নেহময় হাত, সিমানেই পিছুৱাই যাব ধৰিছিল আই ...।

শেষত সি বাহিৰত বৈছিলগৈ।

বৰষুণ শেষ হৈছিল। কাষৰ ঘৰৰ গাভৰুজনীক থানালৈ নিয়াৰ যো-জা চলিছিল। ঢাৰি এখনেৰে মেৰিয়াই আঁটি আঁটি শবদেহটি বান্ধি থকাৰ দৃশ্য এখন্তেক চাই সি পুনৰ ঘৰলৈ উভতিল। নিজৰ কোঠাত সোমাই বিড়ি জ্বলাই বহি ৰ'ল। তাৰ পাছত সি ককায়েক নুভতালৈকে পদূলিত বৈ থাকিলগৈ।

অস্থিৰ হৈ বৈ থাকিলগৈ।

কান্দিব খুজিছে কান্দক মানুহজনীয়ে। লাগিলে পুৱা তাক দুই চৰ লগায়ে দিয়ক। ঘৰ আহি সোমোৱা ককায়েককো কয় যদি কওঁক অৰ কথা। কিন্তু কি ক'ব ? কাৰণ আইৰো এটা আবেষ্টনী সি অনুভৱ কৰিছিল।

এটা সময়ত ককায়েক আহিল। আজাৰ কোঠালৈ বুলি সিয়েই আগবঢ়াই দিলেগৈ চাকিগচি।

তাৰ পাছতে ককায়েকৰ তৰ্জন-গৰ্জন। ভাত-পানী নাই, ঘৰত ঘৈণী নাই। গোটেইখনতে আইক বিচাৰি চলাথ কৰা হ'ল। কোনোবা এটাৰ চাইকেলৰ পাছত উঠি সি আইৰ মাকৰ ঘৰো পালেগৈ। নাই, তাতো নাই আই।

পুৱাৰ পোহৰ ওলাওঁ ওলাওঁ হ'ল। হাললৈ যোৱা এজন উধাতু থাই আহিল, বোলে- 'ৰে'লৰ আলিত খণ্ড-বিখণ্ড তিৰোতা এজনী।'

আটাইজাকে ঢাপলি মেলিছিল ...।

হয়, সেইজনী আয়ে আছিল।

... তাৰ ভবিৰ তলৰ পৃথিৱীখন নোহোৱা হৈ গৈছিল। তেনেতে কোনোবাই কৈছিল- 'ইচ্‌ ইচ পা- ভাৰী মানুহ আছিল ঔ।'

সি শূন্যতে ওপঙিছিল ... ।

... আৰু এখন গাড়ী পাৰ হৈ গ'ল। খিৰিকীৰ আইনা নমাই কোনোবাই হুকিয়ালে তাক- 'মৰিবি ঐ।'

লগে লগে তিৰোতা মানুহৰ খিল্‌খিলনী।

আহ্ খিলখিলনী !

ঝক – ঝক্ – ঝক্ – ঝক্ —।

বহাৰ পৰা উঠিব খুজিলে সি। নোৱাৰি। বুকুৰ জিনজিননি ক্ৰমশঃ বাঢ়ি গৈ আছে। অৱশ হৈ পৰিছে যেন সি ! নোৱাৰি, বহি থাকিবও নোৱাৰি। কোনোদিনে চোৱা হোৱা নাই ঘৰৰ ঘৈণীৰ মুখলৈ, চকুত এতিয়াও সেই মানুহজনীৰে মুখ। ওহো, নাই নাই, এইজনীৰ ওফন্দা পেটলৈও চাওঁ বুলিও চোৱা হোৱা নাই। চব একাকাৰ হৈ যাব খোজে। ৰে'লৰ আলিত যেনিতেনি এক্কেলগে চিটিকি পৰি সেই দুঃস্বপ্নই কেঁকাই থাকে নে ঘৰৰ ঘৈণীয়ে সপোনৰ গান গুণগুণায় ?

শৰীৰৰ হাড়বোৰ ঘৰঘুণে গলাই পেলাইছে।

পাহাৰীয়া ঝৰ্ণাই উটুৱাই লৈ গৈছে চব।

একো নাই এতিয়া।

কিমান সময় ধৰি ৰাখিব বুকুৰ জিনজিননিয়ে চকীদাৰৰ পোচাক পিন্ধা মঙহ এটোপোলা ?

ৰাস্তাতে সি বাগৰি দিলে। সাতখন-আঠখন বা উনৈশ-বিশৰ গণিত নাই ইয়াত। ঘৰঘুণৰ টোকৰ নহয় ডবাৰ পিটন ইয়াত। তথাপি সি পৰি থাকিল। ৰে'ল কিছুমান আহক আৰু তাক অথালি-পথালিকে ছোৱা ছোৱা কৰক।

কিন্তু সেইটো ৰে'ল চলা ৰাস্তা নাছিল। আছিল গাড়ী চলা ৰাস্তা। গাড়ীবোৰে হৰ্ণ বজাই, ব্ৰেক ডবাই অথবা একাষেদি পাৰ হৈ গুচি গ'ল।

কেৱল কিনি লোৱা জিনজিননি মূৰত তুলি আহি থকা কোনোবা এটাইহে নেদেখাতে উজুটিয়ালে তাক। হামখুৰি খায় পৰিয়েই গ'ল তাৰ গাত আৰু আলোনমজে চিঞৰি উঠিল-

: চা-ল্-লা।

সেই চিঞৰত ৰাস্তাৰ কাষৰ গছৰ ওপৰৰ চৰাই এজাক উৰণ খাই উঠিল।

■ শাৰদী, সাদিন, ২০০৭



## ◘ ভালপাওঁ তোমাক ◘

চেষ্টনাট গছৰ সৰাপাতে গোটেইহোৱা পথ ঢাকি ধৰিছিল। ডাক্তৰে এইবাৰ গাড়ীৰ পৰা নামি পাতবোৰ ৰৰ নিৰ্দয় খোজেৰে খচখচাই গচকি ভাঙি ঘৰৰ দুৱাৰত হাত দিলেগৈ। তেওঁৰ পত্নী কালি ভাৰতৰ পৰা আহি ৱাছেলছ পাইছেহি। সুদীৰ্ঘ বিৰতিৰ পিছত আপোন মানুহজনীক নিচেই কাষতে পাই মানুহজন যেন একেবাৰে চঞ্চল হৈ উঠিছে !

দুৱাৰ খুলিয়েই তেওঁ গপগপাই ভিতৰলৈ সোমাই গ'ল। পত্নী তেতিয়া ফোনত ব্যস্ত।

:......নহয় নহয়, সেয়া ১৭০৭ চনৰ কথা হ'ব। হয়, চনেই হ'ব। হয়, ইষ্ট ইণ্ডিয়া কোম্পানীয়ে হাস্পতালৰ নিচেই কাষতে কবৰস্থান গঢ়িছিল। হয়, কলিকতাত। যেন ৰোগী মৰিলেই মুহূৰ্ততে কবৰস্থানলৈ ঠেলিব পৰা যায়। হয়, লিখি লওক আপুনি, ৰবাৰ্ট ক্লাইবে এইখনকে পূৰ্ণাংগ হাস্পতালৰ ৰূপ দিছিল। তাৰ পিছতহে সেইখন প্ৰেছিডেন্সী জেনেৰেল হাস্পতাল হয়টো আৰু তাৰো অনেক বছৰৰ পিছতহে সুখলাল কৰনানি মেম'ৰিয়েল হাস্পতাল হয়গৈ।

পত্নীৰ ফোনালাপৰ অন্তই নপৰিব যেন। বোধকৰোঁ তেওঁৰ কোনোবা মেধাৱী ছাত্ৰই ফোন কৰি তথ্য বিচাৰিছিল।

ডাক্তৰ সম্পূৰ্ণই চঞ্চল আৰু অধৈৰ্য হৈ উঠিল। গাড়ীৰ চাবি মেজত থৈ তেওঁ পিছফালৰ পৰা পত্নীক সাৱটি ধৰিলেগৈ। উমাল পোছাকৰ তলেৰে হাত ভৰাই শৰীৰৰ অতিশয় অনুভূতিপ্ৰৱণ অংশসমূহত জোৰেৰে আদৰ কৰিলে। মানুহগৰাকীয়ে উপায় নাপাই ফোনটো সাৱধি স্বামীৰ আদৰক প্ৰশ্ৰয় দিলে। মুহূৰ্ততে তেওঁলোকাৰ মাজত ভাষাৰে প্ৰকাশ কৰিব নোৱাৰা এক অনিৰ্বচনীয় অনুভৱ আদান-প্ৰদান কৰিবৰ বাবে দুয়ো তৎপৰ হৈ উঠিল।

ডাক্তৰে পত্নীক দাঙি বিছনালৈ লৈ গ'ল আৰু লেপ এখনেৰে হৰমুৰাই দুয়োকে ঢাকি ল'লে। তেওঁৰ পত্নী বিদুষী, বক্তিয়াল নাৰী। মানুহজনীয়ে খিলখিলাই উঠিল-

: লেপখন কিয় ?'

: ঠাণ্ডা দেখা নাই ?

: তেন্তে কাপোৰ খুলিছা কিয় ?

এইবাৰ ডাক্তৰে হাঁহিলে। হাঁহিলে তেওঁৰ গ্ৰীক দেৱতাৰ দৰে সৌন্দৰ্য পুৱাৰ ৰ'দ পৰি উজলা কাঞ্চনজংঘাৰ শিখৰ হৈ উঠে। উজ্জ্বল হৈ উঠে।

এটা সময়ত ঢিলা গাউনটো চোঁচোৰাই মানুহজনী বিছনাৰ পৰা গা ধোৱা ঘৰলৈ উঠি গ'ল। ডাক্তৰে বিছনাৰ পৰাই টিভিৰ পৰ্দাত চকু দিলে। এটা এটাকৈ কেবাটাও চেনেল সলাই গ'ল তেওঁ। হঠাৎ তেওঁৰ দৃষ্টি বি বি চিত বৈ গ'ল হয়, কেইগৰাকীমান দেহোপজীৱিনীৰ চমু সাক্ষাৎকাৰ। অলেখ কাম পৰি আছে দেশত, শ্ৰমৰ মৰ্যাদা নুবুজা নেকি তোমালোকে ?

ডাক্তৰে পিঠিত গাৰু এটা উঠাই আৰাম কৰি বহি যথেষ্ট কৌতূহলেৰে টিভিত মন দিলে। সাক্ষাৎকাৰ লোৱাজনৰ দৃষ্টিৰ সমানে সমানে টিভিৰ কেমেৰা ঘূৰিছে। এগৰাকী নিচেই কম বয়সীয়া ছোৱালীৰ মুখত কেমেৰা স্থিৰ হৈ ৰ'লগৈ। ৰাছিয়ান ছোৱালী। এটা পাতল গোলাপী ৰঙৰ জেকেট পিন্ধিছে, মূৰত সোণালী চুলি। মুখখন একেবাৰে এণ্ডাৰছনৰ ৰূপকথাৰ সুকোমল ললনাগৰাকীৰ দৰে যেন। একেবাৰে নীলাবৰণীয়া দুটি চকু। স্ফটিকৰ দৰে চকচকাই আছে। ওঁঠ দুখন পাতল। কোনো ৰঙৰ প্ৰলেপ নাই তাত। অকস্মাৎ সেই ওঁঠযুৰি মেলি তাই কৈ উঠিল- 'উই হেভ নাথিং টু চে'ল, হোৱাট কেন আই ডু ?'

সেই বুলিয়েই ? সেই বুলিয়েই তুমি শৰীৰ বেচিবানে ? কিন্তু সাক্ষাৎ গ্ৰহণকাৰীয়ে ৰাছিয়াৰ কথাতহে গুৰুত্ব দিলে। ছোৱালীজনীয়ে ক'লে যে কমিউনিষ্ট চৰকাৰৰ পতনৰ পিছত দেহাৰ বাহিৰে আৰু বেচিবলৈ একো বাকী নাথাকিল।

ডাক্তৰৰ পত্নী বাহ্নিশালৰ ফালে যাব খুজিও থমকি ৰৈ সুধিলে- 'কি চাইছা ?'

: এই ছোৱালীবোৰ....।

: বাদ দিয়া সিহঁতৰ কথা, যত সব ধান্দাবাজী। মানুহজনী বাহ্নিশালৰ ফালে গুচি গ'ল। সেছত ব্ৰক'লিৰ গুকান ভাজি আৰু মোছৰুমৰ আঞ্জা উতলি আছিল। তেওঁ সেইবোৰ সামৰিলে। খোৱা মেজ ৰভনালে। আৰু চাদাখৰ ৰাবে ইটো-সিটো ৰভনাই লৈ হঠাৎ কিবা মনত পৰাৰ দৰে ফ্ৰিজ খুলি আঙুৰ এথোপা উলিয়াই বাটি এটাত ছিঙি গোটাই গ'ল। শোৱনি কোঠাৰ পৰা তেতিয়াও টিভিৰ শ্ৰীকণ্ঠৰ প্ৰশ্ন-উত্তৰ, কথোপকথন ভাহি আহিছিল। তেওঁ আঙুৰ বাটি লৈ পতিৰ কাষ পালেগৈ। ক'লে- 'খোৱা, ইয়াৰে দুটামান।'

: তুমিও লোৱা।

: হ'ব। মোৰ ভাল নলাগেচোন।

ঃ কি ?

ঃ এই মন্ত মন্ত আঙুৰবোৰ ! লিচু যেনহে লাগে।

ঃ লিচু বুলিয়েই খোৱা।

মানুহজনীয়ে বাটিটো তাতে থৈ পুনৰ ৰান্ধনিশাললৈ উভতি গ'ল। আজি ৰাতি তেওঁক পতিয়ে নিশাৰ ব্ৰাছেলছৰ সৌন্দৰ্য দেখুৱাবলৈ নিব। পোহৰেৰে উজ্বলি থকা একোএকোটা বিৰাট টানেলৰ মাজেৰে যাত্ৰা কৰোৱাব তেওঁক তেওঁৰ স্বামীয়ে। সুখ আৰু প্ৰশান্তিৰ উপলব্ধিয়ে মানুহজনীৰ হৃদয়ত এক ফোঁৱাৰাৰ সৃষ্টি কৰিলে। উফৰি-জাফৰি পৰা তাৰ অসংখ্য বুদবুদ তেওঁৰ ওঁঠৰ ফাঁকেৰে এক মোহনীয় গীতৰ কলি হৈ নিগৰি বাহিৰ ওলাল। •

সঁচাকৈয়ে কেৱল সেই নিশা ফুৰোৱাই নহয়, পিছদিনা দুপৰীয়াও জিৰণিৰ সময়খিনিত ডাক্তৰে তেওঁক এটমিয়াম দেখুৱাবলৈ লৈ গ'ল। এটমিয়াম হৈছে এটমৰ আকৃতিৰ সৰ্বমুঠ নটা বলৰ এক আকৰ্ষণীয় থলী। এটাৰ সৈতে আনটো সংযোগ কৰি মুঠতে নটা বলক এটমৰ আকৃতিত সজোৱা নটমিয়াম। বেলজিয়ামৰ নখন ৰাষ্ট্ৰৰ প্ৰতীক এই নটা বল। মানুহগৰাকী অভিভূত হৈ উঠিল। গাড়ীখন ব্ৰছেলছৰ যিফালেই গৈছে, সেইফালৰ পৰাই দেখা পোৱা যায় সেই সৌন্দৰ্য। নজন মানুহৰ মূৰ্তি একেটা স্তম্ভত থিয় হৈ ৰৈ থকা ঠাইডোখৰ পাইহে তেওঁৰ দৃষ্টি ঘূৰিল। তেওঁ এইবাৰ মূৰ্তিকেইটা বিমুগ্ধ দৃষ্টিৰে চাব ধৰিলে। ভাৰতত থকা তেওঁলোকৰ সেই প্ৰাচীন বৈঠকখানা তেওঁ সংসাৰ পতাৰ দিন ধৰি এনে অনেক মূৰ্তিৰে ওপচাই পেলাইছে। তেওঁ মাকে প্ৰায়ে কয়- 'ইমানবোৰ মূৰ্তি কিয় সজাব লাগে ? তামৰ এই মানুহবোৰক ৰাতি লাইট গ'লে প্ৰেতাত্মাৰ দৰে লাগে।'

হঠাৎ মাকলৈ মনত পৰি গ'ল তেওঁৰ। কি কিনিব তেওঁ মাকলৈ উপহাৰস্বৰূপে ?

অকস্মাতে তেওঁ তেওঁৰ পিছফালে ৰৈ থকা ডাক্তৰলৈ ঘূৰি চাই সুধিব খুজিলে- 'মাৰলৈতো কিবা এটা গিফ্‌ট নিব লাগিব, আজি সময় হ'ব নেকি তোমাৰ ?'

কিন্তু ডাক্তৰ সেইখিনিত নাছিলেই যেন ! তেওঁ একেবাৰে অন্যমনস্ক হৈ পৰিছিল। প্ৰচণ্ড বিষাদে যেন আৱৰি ধৰিছে তেওঁক।

'বোধকৰোঁ মানুহজন বিৰক্ত হৈছে। বোধকৰোঁ মই এইবোৰ চাওঁতে প্ৰয়োজনতকৈ বেছি সময় নষ্ট কৰিছো। হয়তো তেওঁৰ কোনোবা ক্লিনিয়াহ পেচেন্ট থাকিব পাৰে।'

মুখ মুচাই ক'লে মানুহজনীয়ে- 'আজি যাওঁগে ব'লা। তোমাৰ ডিউটিও আছে নহয়।' ডাক্তৰে একো নামাতিলে।

সেইনিশা টোপনিতে ডাক্তৰে স্বগতোক্তি কৰিলে- 'মানুহটো বৰ বুঢ়া। দস্যুৰ দৰে।'

তেওঁৰ পত্নীয়ে স্পষ্টকৈ শুনিলে এই কথা। তেওঁ গাত জোকাৰি পতিক জগাই ক'লে- 'ভালকৈ শোৱাচোন। কথা কৈ আছা টোপনিতে।'

লেপখন গাৰ পৰা গুচাই ডাক্তৰ বিছনাৰ পৰা নামি গ'ল। একেবাৰে দুৱাৰ খুলি টেৰেছৰ ফালেই আগুৱাই গ'ল তেওঁ। সেতসেতকৈ বতাহ বলিছে। ফাকুৰ গুড়িৰ দৰে বৰষুণৰ কণিকা কিছুমান আকাশৰ পৰা সৰি পৰিছে। স্লিপিং চুটৰ কামিজৰ আৱৰণ ভেদ কৰি নিশাৰ সেই শীতে তেওঁৰ হাড়ৰ ভিতৰলৈকে কঁপাই তুলিলে।

তেওঁ চিগাৰেট এটা জ্বলাই ল'লে। দুহোপা মৰাৰ পিছত অনুমান কৰিলে যে পত্নী বিছনাৰ পৰা নামি গা ধোৱা ঘৰৰ ফালে আগুৱাইছে।

তেওঁ ভিতৰলৈ উভতি আহিল। এছট্ৰেত মোহাৰি নুমুৱাই থ'লে চিগাৰেটটো। আৰু অত্যন্ত অমায়িকভাৱে শুই থাকিলহি উমাল বিছনাখনত।

পিছদিনা দুপৰীয়াও তেওঁ বিৰক্ত হৈ পৰিল। হয়, তেওঁ পুনৰ একেটা দৃশ্যকে দেখিলে। এজন প্ৰৌঢ় ব্যক্তিৰ গাড়ীৰ কাষৰ ছীটত বি বি চিৰ সাক্ষাৎকাৰত দেখা সেই কমবয়সীয়া বাহিয়ান তৰুণীজনী। যাৰ গুচৰত শৰীৰৰ বাদে বেচিবলৈ আৰু একোৱেই নাই।

তেওঁ গাড়ীখন ঘূৰাই ল'লে। প্ৰৌঢ়ৰ গাড়ীৰ পিছে পিছেই তেওঁৰ গাড়ীয়ে চাপলি মেলিলে।

আবেলি তেওঁ পত্নীক শ্বপিং ম'ল এখনলৈ লৈ গ'ল। হঠাৎ এখন চামৰাৰ পোছাকৰ দোকানত সেই বাহিয়ান তৰুণী। তাই এজনী নিচেই সৰু ছোৱালীৰ দৰে এযোৰ চামৰাৰ হাতমোজাৰ দৰ-দাম কৰি আছিল। পেন্টৰ জেপত হাত দুখন ভৰাই দোকান এখনৰ সন্মুখত থৈ ডাক্তৰে ছোৱালীজনীৰ গতিবিধি চাই ৰ'ল। নাই, আৰু কোনো নাছিল তাইৰ লগত। তাই অকলেই বজাৰ কৰিছিল। সকলোৰে অলক্ষিতে ডাক্তৰে তাইৰ মুখলৈকে চাই ৰ'ল। কিমান হ'ব তাইৰ বয়স ? খুব বেছি বাইছ বা তেইছ। গালেকে নামি অহা বৃহৎ খত, প্ৰকাণ্ড মোছৰ সেই প্ৰৌঢ়জনক কিয়বে চম্ভালিছিল তাই ?

নিজৰ অলক্ষিতেই তেওঁ পুনৰ বিষাদগ্ৰস্ত হৈ পৰিল। সেহোপৰীজনীৰ চাল-চলনত সদায়ে এক অস্থিৰতা লক্ষ্য কৰা যায়। মন নোবোৱা সত্ত্বেও যেন হতিকিংধৰ্মিতাবোৰে হাঁহি বয় সিইতে। কিন্তু এই ছোৱালীজনী ? তাই যেন এজনী কলেজীয়া ছাত্ৰী। পিৰ্চ দিম বুলি কোনোবা প্ৰৌঢ় অধ্যাপকেহে যেন গাড়ীত উঠাই লৈ গৈছিল তাইক ! হয়, সৌৱা

তাই দোকানীজনৰ মুখলৈ চায়ো ইহা নাই। সাধাৰণ এজনী ছাত্ৰীৰ দৰেই মোজাযোৰৰ দৰ-দাম কৰি আছে তাই। সৌৱা, তাইৰ কাষত ৰোৱা আনজন খৰিদ্দাৰৰ ফালেও কেৰাহিকৈ চোৱা নাই তাই।

তেনেতে তেওঁৰ পত্নী আহি তেওঁৰ ওচৰ পালেহি।

তেওঁ সুধিলে- 'হ'ল ?'

: ওঁ, হ'ল।

: এতিয়া ক'লৈ যাবা ?

: ঘৰলৈকে যাওঁ ব'লা।

: ব'লা। তোমাক থৈ মই আকৌ হাস্পতাললৈ যাব লাগিব।

: আকৌ ?

: ওঁ।

তেওঁ নিৰুদ্বিগ্নভাৱে গাড়ীখন চলাই নিলে। পত্নীক ঘৰত থৈ পুনৰ এক অন্য পথ ধৰিলে। সেই পথেদিয়েই আগদিনা সেই তৰুণী প্ৰৌঢ়জনৰ লগত গৈ এটা পদূলিত নামিছিল। প্ৰকৃততে কি উন্মোচন কৰিবলৈনো তালৈ পুনৰ আজি আহিছে তেওঁ ডাক্তৰে নিজেই যেন ধৰিব পৰা নাছিল। শ্লিপিং ম'লত তেওঁ এৰি থৈ অহা তৰুণীক আজি কি প্ৰৌঢ়ই আকৌ আনিব এই পদূলিলৈ ?

তেওঁ গাড়ীৰ গতিবেগ কমাই আনিলে। নাই, কোনো নাই। প্ৰৌঢ়ৰ পদূলি, দুৱাৰমুখ সকলো শূন্য কোনো নাই। তেওঁ আগুৱাই গৈ গৈ শ্লিপিং ম'ল পালেগৈ। তাই আজো নাছিল। তেওঁ দোকানীৰ মুখলৈ চাই মহিলাই পিন্ধা এযোৰ চামৰাৰ হাতমোজা বিচাৰিলে। সেইযোৰ লিৰিকি-বিদাৰি সুধিলে- 'এইযোৰ আজিকালি চলেনে ?'

: হয়., চলে। এইতো, অলপ আগতে এযোৰ বিক্ৰী হৈ গ'ল।

: কোনো কিনিলে ?

: ছোৱালী এজনীয়ে।

: ওঁ ! কিনিলেই নেকি ? কোনফালে গ'ল যাক তেওঁ ? দোকানীয়ে মুখ জোকাবিলে। নাই তেওঁ নাজানে। ডাক্তৰ বাহিৰলৈ ওলাই আহিল। ফেশন শহৰ সৰাপাতে গোটেই পদপথ ঢাকি ধৰিছে।

লাহে লাহে গাড়ী চলাই তেওঁ ঘৰলৈ উভতি আহিল।

সজ্জিয়া তেওঁ পত্নীক চুমা খাই ক'লে- 'ভালকৈ দুৱাৰ মাৰি শুই থাকিবা। পুনঃ চাৰিটা বজাত মোৰ নাইট ডিউটী শেষ হ'ব। পুৱাব কফি মই ইয়াতে খামহি __।'

তেওঁ হাস্পতাললৈ বুলি ওলাই গ'ল। আজিও ব্ৰাহ্মেলছৰ বতৰ সেমেকা। ফাকুৰ গুড়িৰ দৰে সৰি পৰিছে বৰষুণৰ কণিকাবোৰ। বিজুলীৰ আলোকেৰে সজ্জিত নিশাৰ ব্ৰাহ্মেলছে স্নান কৰিছে এয়া। শীতত কঁপি কঁপি স্নান কৰিছে। পদচাৰীবোৰৰ গাত ৰেইনকোট। মূৰৰ ওপৰত মেলা ছাতি।

হঠাৎ, হঠাৎ ডাক্তৰৰ চকুত পৰিল ছাতি-কোট একো নোহোৱাকৈয়ে সেইক্ষেম বতৰকো অগ্ৰাহ্য কৰি ৰাস্তা পাৰ হ'ব ধৰিছে সেই ৰাহিয়ান তৰুণীয়ে। হয়, সেই তৰুণীজনীয়েই হয় এয়া। ধীৰে-সুস্থিৰে পথ অতিক্ৰম কৰিব খুজিছে তাই। প্ৰতিটো খোজতে গাউনৰ কটা কাষেদি ওলাই যাব ধৰিছে উৰু পৰ্যন্ত তাইৰ নিপোটল ভৰি। হয় হয়, এইজনী তায়েই হয়। এতিয়া তাইৰ শৰীৰত নাই গোলাপী জেকেট, চামৰাৰ হাতমোজা। উদং বাহু আৰু উদং ভৰিৰে এটা বেচমি ক'লা গাউন পিন্ধি পাৰ হৈ যাব ধৰিছে তাই তেওঁৰ সন্মুখেৰে।

কেঁচ্‌কৈ ব্ৰেক টানি ডাক্তৰে তাইৰ একেবাৰে গাৰ কাষতে গাড়ীখন ৰখাই দিলে। তাই খিৰিকীখনলৈ তীক্ষ্ণ দৃষ্টিৰে চাই পঠিয়ালে। নাই, তাইৰ মুখত সহজাত দেহোপজীৱিনীৰ হাঁহি নাছিল।

তেওঁ খিৰিকীৰ কাঁচ তললৈ নমাই তাইলৈ চালে। কিন্তু তেওঁ কিবা কোৱাৰ আগতেই তাই সুধিলে

'গাড়ীত উঠিমনে ?'

তাইৰ মাতটো মিঠা যদিও ভঙা-ছিঙা আছিল। বোধকৰোঁ ডিঙিত টনচিলৰ অসুবিধা আছে। ডাক্তৰে সিফালৰ দুৱাৰখন খুলি দিয়াত তাই গাড়ীত উঠি বহিল। এইবাৰ ষ্টিয়েৰিং ধৰি থকা ডাক্তৰৰ হাত কঁপিল। মাথো কঁপিল। তথাপি তাইলৈ কেৰাহিকৈ চাই সুধিলে- 'ঠাণ্ডা লগা নাই ?'

তাই একো উত্তৰ নিদিলে।

তেওঁ পুনৰ ক'লে- 'কাপোৰ-কানি ভালকৈ পিন্ধিব লাগে। বৰ ঠাণ্ডা পৰিছে।'

তাই এইবাৰো নীৰব। গাড়ী হাস্পতাল পাৰ হৈ গৈ থাকিল __।

: তোমাৰ এটা গোলাপী জেকেট আছে। আজি তুমি এযোৰ লেডাৰৰ মোজাও কিনিছিলা __।

তাই সশব্দে হাঁহি উঠিল। ক'লে- 'কল' কৰি আহিলা মোক ?'

ডাক্তৰে নামাতিলে। নাহাঁহিলেও। তাইৰ অঙ্গা-ছিঙা মাতৰ হাঁহিটোৱে তেওঁক বিষয় কৰি পেলালে।

গাড়ীখন চহৰৰ উপকণ্ঠৰ নির্জনতাত ৰ'জলে। তেওঁ তাইৰ ফালে ঘূৰি বহিল। তাই তেওঁৰ মুখলৈ চালে। এইবাৰ আগ্রহেৰে তেওঁ তাইৰ ভিজিটো টিপি চাই চিঞৰি উঠিল- 'এই মন্ত্র টনচিল দুটা লৈ তুমি এনেদৰে ....।'

: আপুনি ডাক্তৰ নেকি ?

: চাওঁ, ওচৰলৈ আহা, হাতখন দিয়া।

তেওঁ তাইৰ নাড়ী পৰীক্ষা কৰিলে। হাত-ভৰিৰ তলুৱা হাতেৰে মোহাৰি গৰম কৰি তুলিলে। আৰু চবায়ে এগচি এগচিকৈ কুটা কটিয়াই বাহ সজাৰ দৰে তাইৰ হাত-ভৰি চুই চাই তাইক, গোটেই মানুহজনীকে তেওঁ নিজৰ বুকুৰ মাজলৈ টানি আনিলে, নিজৰ অভাৰকোটৰ ভিতৰত আলফুলে সুমুৱাই লৈ স্বগতোক্তি কৰিলে- 'শুই থাক, মোৰ বুকুৰ মাজত শুই থাক।'

হোৱালীজনীয়ে এনে অদ্ভুত গ্রাহকক কাহানিও লগ পোৱা নাছিল। কুঁছি-মুছি তেওঁৰ বুকুত সোমাই থাকোঁতেই যেন তাইৰ বুকুৰ মাজত বাঁহী এটাই বিনাই উঠিল। যেন মাকে বজাইছে সেই বাঁহী, তাই শুনি শুনি সুখনিদ্রাত ঢলি পৰিছে। বৰ আপোন সেই ধ্বনি। বৰ প্রাচীন চিনাকি সুৰ। হয়, মানুহৰ হৃদয়ৰ নিভৃত কোণেৰে কামনা-বাসনাহীন স্নেহময় সুৰ সেয়া।

ক্রমশঃ তাই সেই বাঁহীৰ সুৰত গলি গলি মিলি গ'ল আৰু আলফুলে উশাহত উজাই ডাক্তৰৰ শৰীৰৰ নির্যাস, তাই অস্ফুট মাতেৰে ক'লে- 'ভালপাওঁ তোমাক ....।'

■ শাৰদী, দৈনিক বাতৰি, ২০০৫



## ❐ ছাৰ্কাছকুঁৱৰী ❐

ধূপৰ পেকেটটো খালী। হয়, ধূপ শেষ হৈছে। কেইবাবাৰে পেকেটটো জোকাৰি চালো। মাহেকীয়া বজাৰ কৰোঁতে ডজন হিচাপত তিনি পেকেট কিনা হয়। আগতে হিচাপত চলি গৈছিল। এতিয়া অক্টোবৰ মাহ । পূজা পাৰ্বণত অলপ বেছিকৈ গ'ল। হ'ব, কোনো কথা নাই । এতিয়া আজিৰ এই সন্ধিয়াটো ধূপৰ সুবাসেৰে সুগন্ধিময় নহ'ব । তথাপি কোনো কথা নাই মই কম ফ্ৰেশ্বনাৰটো হাতত তুলি লৈছোঁহি, কলিং বেল বাজি উঠিল।

একেবাৰে অচিনাকি এগৰাকী মহিলা। সম্পূৰ্ণ আধুনিক বেশভূষাৰে সজ্জিত। দুৱাৰৰ হেণ্ডেল হাতৰ পৰা নেৰাকৈয়ে সুধিলো,- "কাক বিচাৰিছে ?"

"অৰুন্ধতীক ।"

" হয় । ময়েই অৰুন্ধতী । কওকচোন ।"

" আপুনি সদ্যহতে আপোনাৰ জীৱনৰ ৰোমাঞ্চকৰ বৰ্ণনা......।"

" হয়, লিখিছিলো আলোচনী এখনত । আপোনাক কিন্তু চিনি নাপালো।"

" মই শিলপুখুৰীত থাকোঁ। বুটিক এখন চলাওঁ । খুব ইচ্ছা হ'ল আপোনাক এবাৰ লগ ধৰাৰ।"

" এতিয়া পালেতো !"

" অলপ ভালকৈ পাব খোজোঁ, দুষাৰ কথা পাতিব খোজোঁ।"

" ছৰি এতিয়া মই খুব ব্যস্ত। এইখিনি সময় মই খুব ব্যস্ত থাকো। বেয়া নাপায় যদি বেলেগ এদিন আহক।"

" হ'ব বাৰু । আপোনাৰ ফোন নাম্বাৰটো দিব নেকি ? মানে মই ফোন কৰি আহিম।"

মহিলাগৰাকীয়ে মবাইলত মোৰ নম্বৰটো টুকি ল'লে। মই খুব সূক্ষ্মভাৱে তেওঁক নিৰীক্ষণ কৰিলো । বুকুৰ কোনোবাখিনিত আতিথ্যপূৰ্ণ আবেগ এটায়ো খুব দাঙি উঠিল। লাহেকৈ ক'লো,-" বেয়া নাপাব, আজি দুৱাৰ মুখৰে পৰা বিদায় দিব লগা হ'ল আপোনাক।"

পেনছিল হিলৰ খট্ খট্ শব্দ তুলি মহিলাগৰাকী চিৰিৰে নামি যোৱাৰ শব্দ

বহুপৰলৈকে শুনা গ'ল।

আজি লিফ্‌ট বেয়া হৈ আছে । আধাতে বন্ধ হৈ দুপৰীয়া দুজন মানুহ বহুসময় ধৰি লিফটত আবদ্ধ হৈ আছিল। পাছত ছাদৰ ওপৰৰ চকৰি ঘূৰাইছে তেওঁলোকক তললৈ নমোৱা হৈছিল।

কিমান ডাঙৰ এই চকৰি ? ওহোঁ , মই দেখা নাই। যোৱা তিনি বছৰ ধৰি আমি এই ফ্লেটত বাস কৰি আছোঁ। এৰা, মই কেৱল বাস কৰি আহিছোঁ। বিল্ডিঙৰ ছুছাইটিৰ মিটিং, ফিজ,-এইবোৰৰ প্ৰতি মোৰ কোনো কৌতূহল নাই। লিফ্‌ট, লিফ্‌টৰ হাতেৰে ঘূৰাব পৰা চকৰি; এইবোৰৰ প্ৰতিও কোনো কৌতূহল নাই। অথচ এনে এটা বৃত্তাকাৰ চকৰিৰ পৰাই মই এসময়ত ডাল-পাত মেলি ধৰিছিলো।

হয়, আলোচনীত মই লিখাৰ দৰেই একো-একোটা চকৰিৰ ওপৰতে মই শৈশৱৰ সোণালী দিনবোৰ পাৰ কৰি আহিছো। বৰ অদ্ভুত ধৰণে সত্য যে মই বুজন হোৱাৰ পৰাই এটা ছাৰ্কাছ পাটিত চকৰীৰ ওপৰত উঠি বিভিন্ন খেল দেখুৱাই আহিছিলো। মোৰ পিতা আছিল ছাৰ্কাছৰ জন্তুবোৰৰ ৰিং মাষ্টাৰ। বিশেষকৈ তেওঁ বাঘ আৰু ঘোঙৰ লগতে অহৰহ লাগি ৰৈছিল। মোৰ মা আছিল পাটিৰ এগৰাকী ৰান্ধনী। এটা যাযাবৰী জীৱন আছিল আমাৰ।

তম্বুৰ তলৰ ফল্ডিং বিছনালৈ তথাপি আকাশৰ পৰা সোণৰ জখলাৰে নামি আহিছিল মোৰ দুচকুলৈ সপোনৰ আৰ্যপুত্ৰ । আৰু আলফুলে হাতত ধৰি তেওঁ মোক সেই বন্ধনৰ পৰা নদীৰ তীৰলৈ লৈ গৈছিল। য'ৰ অজস্ৰ সৰু বৰ ঢৌত খন্‌খনাই ভাগি পৰিছিল নিশাৰ কোমল আকাশ। তথাপি নদীয়ে তৰাৰ চাদৰেৰে শৰীৰ ঢাকি চেঁচা হাঁহিৰে আমাক চুই গৈছিল। এই একেটা সপোনেই বাৰম্বাৰ ৰাজকীয় আয়োজনেৰে নামি আহিছিল মোৰ ক্লান্তিময় দুচকুলৈ । কিজানি এই কল্পনাৰেই মই শুবলৈ ভাল পাইছিলো।

আমি তিনিটা প্ৰদৰ্শনী কৰিব লাগিছিল। টানকৈ বন্ধা ৰচীৰ ওপৰেদি কেৱল এযোৰ পেডেল থকা টায়াৰবিহীন চকা এটা মই বহু সময় ধৰি চলাব লাগিছিল। চক্ৰাকাৰে মঞ্চৰ মজিয়াত ঘূৰি থকা চকৰি এটাত এখন ভৰিৰে থিয় হৈ চক্ৰাকাৰে ঘূৰিব লাগিছিল। আনখন ভৰি এখন হাতেৰে ধৰি আনখন হাতেৰে বিভিন্ন দিশৰ পৰা মোলৈ নিক্ষেপ কৰা তীক্ষ্ণ ছুৰীবোৰ খপিয়াই ধৰি যাব লাগিছিল- এখনকো মাটিত পৰিবলৈ নিদিয়াকৈ। ছুৰীবোৰ এখন-এখনকৈ দাঁতেৰে কামুৰি বাখি থৈছিলো। এখন হাতেদিনো কিমান ছুৰী সামৰা যায় ? তাৰ পাছত মই প্ৰদৰ্শন কৰা আন এটা খেল

আছিল সক ল'ৰাৰ দৰে ৰিং এটা হাতেৰে ঘূৰাই ঘূৰাই বৃত্তাকাৰ মঞ্চৰ সীমাইদি দৌৰা। মোৰ কাষে-কাষে চলি যোৱা চাইকেলত জঁপিয়াই উঠিও সেই ৰিংটো ঘূৰাই যোৱা। চাইকেলখন আৰোহীয়ে যেনিয়ে উভতি চলাইছিল, তেনিয়ে মই ৰিংটোও চলাই নিব লাগিছিল। অথচ চাইকেলখনত বহাটো দূৰৈৰ কথা, ভালদৰে খোপনি পুতিবলৈও মোৰ কোনো সুবিধা নাছিল। কেতিয়াবা তলমূৰকৈ, কেতিয়াবা হাতেৰে, কেতিয়াবা ভৰিৰে; যেনেকৈ হ'লেও ৰিঙৰ গতি বন্ধ হোৱাটো দূৰৈৰ কথা, মন্থৰো হ'ব নোৱাৰিছিল। পাছলৈ এই খেলক সম্প্ৰসাৰিত কৰি দুটা দুটা ৰিঙৰ পৰ্যায়লৈ নিয়া হৈছিল। আৰু চাইকেলৰ পাছৰ পৰ্যায়ত ঘোঁৰাও আহিছিল।

মই চকৰিজাতীয় খেলত ব্যস্ত হৈ থাকোঁতেই এদিন পিতাৰ ভৰিত গজাল ঠাহি ধৰাত ধনুষ্টংকাৰ হৈ তেওঁৰ মৃত্যু ঘটিল। আমাৰ দশোদিশ অন্ধকাৰ হৈ পৰিছিল, দশোদিশ অন্ধকাৰ ! তথাপি যাৰ নাই, তেওঁৰ বাবে সদায় ঈশ্বৰ বৈ থাকে। পূৰ্বৰ দৰে আমি ছাৰ্কাছ পাটিতেই বৈ গ'লো। কিন্তু আমাৰ শৰীৰত যেন শক্তি আৰু উৎসাহৰ অভাৱ ঘটি আহিছিল। বাৰে-বাৰে তেওঁ মামাইতৰ গাঁৱলৈ উভতি যোৱাৰ পৰিকল্পনা কৰিছিল। কিন্তু মই বুজি উঠিছিলো যে তেনে জীৱন মোৰ বাবে মুঠেই সহজ নহ'ব। অকল-অকল অলেখ তম্বুৰ মাজৰ মুকলিত বহি আমি ৰহমান চাচাৰ ওচৰত এজাক ছোৱালীয়ে কিতাপ পঢ়িবলৈ শিকিছিলো। অলপ-অচৰপ ইংৰাজী আৰু গণিতৰ জ্ঞানো আমাক দিয়া হৈছিল। আমাৰ সেই বিদ্যা-শিক্ষাত কোনো পৰীক্ষাৰ ব্যৱস্থা নাছিল যদিও আমি প্ৰত্যেকেই জানত কিমান মেধা বা ভোটা , সেই কথা অতি সুস্পষ্টভাৱে ওলাই পৰিছিল। ৰহমান চাচাই মোক মেধাৰ শৰীতে ধৰিছিল বোধ কৰোঁ; কাৰণ তেওঁ অনেক কিতাপ পত্ৰৰ যোগান ধৰিছিল। তম্বুৰ তলত শুই-শুই দিনৰ দিনটো মই সেইবোৰৰ মাজতে বিভোৰ হৈ বৈছিলো। মই বেছিকৈ পছন্দ কৰিছিলো সৌৰজগতিক তথ্যসমৃদ্ধ গদ্যসমূহ, মহাসমূদ্ৰত অভিযান চলোৱাৰ দু:সাহসিক কাহিনী, বিজ্ঞানভিত্তিক কল্পকাহিনী আৰু 'অসীমত যাৰ হেৰাল সীমা' ধৰণৰ এবাৰ নোৱৰা কিতাপবোৰো মোৰ অতিকৈ প্ৰিয় আছিল। এবাৰ চাচাই কেনেবাকৈ দস্যু ভাস্কৰ চিৰিজৰ এখন পুৰণি কিতাপ ক'ৰবাৰ পৰা সংগ্ৰহ কৰিছিল। বাচ এক অদ্ভুত নিচা বহি গৈছিল মোৰ। ক্ৰমশ: মই ফাটি-উৰলি যোৱা পুৰণি কিতাপ সংগ্ৰহ কৰাত উঠি পৰি লাগি গৈছিলো। আমি ঘূৰি ফুৰা বিভিন্ন চহৰ-নগৰবোৰত সাধাৰণতে এজো-এজোখন ডাঙৰ হাট বহে। তালৈকে মই বাওনা সুৰযক কিতাপ কিনিবলৈ পাঁচিছিলো-হেকেওহেও কিতাপ। সুৰযক দেখিলে

মানুহবোৰ মৰমত একেবাৰে গলি গৈছিল। কেতিয়াবা দুই-এখন বিনাপইচাতে লৈও আহিছিল। অৰ দুটামান কৌতুকধৰ্মী আচৰণতে প্ৰমোদ পাই কিতাপৰ দোকানীও বোধকৰোঁ এৰি দিছিল সেয়া। পিছে সি এনেয়ে অনা কিতাপবোৰ প্ৰায়েই আছিল হিন্দী আৰু বাংলা ছিনেমাৰ ছবিৰে ভৰা। সেইবোৰ আমাৰ ছোৱালীবোৰৰ হাতে হাতে ঘূৰি ফুৰিছিল। ময়ো যে নোচোৱাকৈ আছিলো তেনে নহয়,নায়ক-নায়িকাৰ মধুৰ আবেগিক দৃশ্যবোৰত মই অভিভূত হৈ উঠিছিলো। নায়িকাবোৰৰ সাজ-সজ্জা অথবা শাৰীৰিক গঠনৰ চুম্বকত্বয়ো মোক নিজৰ প্ৰতি অতিমাত্ৰাই সচেতন কৰি তুলিছিল। দিনতে যেন সোণৰ জখলাৰে আকাশৰ পৰা নামি আহিব খুজিছিল মোৰ আৰ্যপুত্ৰ !

মা জকজকাই উঠিছিল। এৰা, মোৰ হাতৰ কিতাপ মজিয়ালৈ দলিয়াই ,ফল্ডিং বিছনা একেচাবে দাঙি থেকেচি জকজকাই উঠিছিল মা । মোৰ সেই ৰাজকীয় ভাবালুতা কিম্বা বিলাসিতাত তেওঁ ভয়ংকৰভাৱে শিয়ৰি উঠিছিল।

" উঠ, উঠ বিছনাৰ পৰা, দিনৰ দিনটো যে এইসোপা পঢ়ি মৰি থাক, দুটামান কামকে নিশিক কিয় ? না এটা বুটাম চিলাব জান, না নিজৰ কাপোৰ-কানি দুটামান চিজিল কৰিবলৈ শিকিলি !কি কৰি খাবি তই ? ভাবিছ নে কি তই জীৱনটো এনেদৰেই কটাই দিবি বুলি ? দুদিন ৰ, বুঢ়ী হ'বলৈ ধৰা বুলি অনুমান কৰিলেই তন্ধুৰ বাজ কৰি পঠিয়াব, গম পোৱা নাই ? পুষ্পিতা হোৱাৰ পাছত কেইটা খেল হাতৰ পৰা গ'ল খবৰ আছেনে ? বডি দেখুৱাই গোটেই জীৱন চলিবি তই ? "

অনেক কথাই বলকিছিল মায়ে। মই মনে মনে ৰৈছিলো। নিজৰ দোষ, ভুল সকলো উপলব্ধি কৰি মনে মনে ৰৈছিলো। কিন্তু কেতিয়াবা উত্তৰো দিছিলো,- " বডি দেখুৱাই নাখাওঁ, তোৰ নিচিনাকৈ খাম বাৰু।"

" ৰান্ধি ? ৰান্ধি খাবি তই ? হেতা কটাৰি ধৰিব জান ? কিমানদিন মাতিছোঁ , আহ আলুগুটি দুটামান গুচাই দেহি।"

" হ'ব দে হ'ব ।"

" কি হ'ব ? এনেকৈ নহ'ব। ব'ল আমি গাঁৱলৈ যাওঁগৈ।"

" কি কাম কৰিম গৈ ? "

" মামাৰৰ জীয়ৰী দুজনীৰ পৰা কাম-বন শিকিবি, এই নঙঠা পোছাকবোৰ এৰি মেখেলা পিন্ধিবলৈ শিকিবি ।"

" অৰ পিছত হেজা-কটাৰী ।"

" অঁ । তাৰ পাছত তোক বিয়া দি মই সুখত মৰিব পাৰিম ।"

" তোক মাৰিবলৈকে মই ইমান কষ্ট কৰিব নোৱাৰোঁ দেই ।"

গপ্‌গপাই তলুৰ তলৰ পৰা পানী জমা কৰি থোৱা ডাঙৰ চৌবাচচাবোৰৰ ফালে মই খোজ লৈছিলোঁ। শিলৰ বৰ্ম পিন্ধিব খুজিলেও বুকু ভেদি কৰুণ কান্দোন এটাই বিনাই উঠিছিল। মোৰ আজলী মাজনীৰ বাবে সুখপ্ৰদ কিবা এটা কৰিব নোৱাৰাৰ অসহায় বোধেৰে মই কান্দি উঠিছিলোঁ। ছাটিয়ে-ছাটিয়ে চকু-মুখলৈ পানী মাৰি বুকু ফালি নিগৰা সেই লুনীয়া পানী অত্যন্ত বাস্তৱবাদী হাতেৰে মই ধুই পেলাইছিলোঁ।

কিন্তু মোৰ হাত বাস্তৱবাদী হ'লেও সেয়া ধুব নাজানিছিল। অথবা চেষ্টাও কৰা নাছিল। সেয়েহে মাৰ পৰা অধিকাংশ সময় আঁতৰি ফুৰিবলৈকে ভাল পোৱা হ'লো। বৰ তীব্ৰভাৱে উপলব্ধি কৰি উঠিছিলো যে সোনকালে মেখেলা পিন্ধি হেতা-কটাৰী ধৰিব নোৱাৰিমগে। নামমাত্ৰ পোছাক পিন্ধি চকৰীৰ দৰে এক অদ্ভুত ঘূৰ্ণায়মান জীৱনত বান্ধ খাই পৰিছিলো মই।

কিন্তু তেনেতে এদিন দৰ্শকৰ মাজৰ পৰা নীহাৰ উঠি আহিছিল। আকাশৰ হাতীপটি ফালি নহয়, দৰ্শকৰ ভিৰ ফালি মঞ্চৰ কাষেৰে আমাৰ ক্লিনৰ পিছফালেকে নীহাৰ উঠি আহিছিল। হয় হয়, কোনো সোণৰ খোপনিত ভৰি নেপেলোৱাকৈয়ে তেওঁ মোৰ জীৱনত কৰাঘাত কৰি উঠিছিল।

তেতিয়ালৈ মই হাতীৰ মূৰত বহি নানানটা ভয়ংকৰ খেল প্ৰদৰ্শন কৰিব পৰা হৈছিলোগে। আলফুল হাতেৰে হাতীৰ মূৰৰ পৰা, চকৰিৰ পৰিক্ৰমাৰ পৰা নীহাৰে মোক তেওঁৰ জীৱনলৈ আদৰি আনিছিল। মোৰ শৰীৰৰ জলমলীয়া নামমাত্ৰ পোছাক খহাই তেওঁ পাঁচহতীয়া দীঘল শাৰীৰে মেৰিয়াই গলি-গলি খোজকাঢ়িবলৈ শিকালে। হেতা-কটাৰীৰ সলনি হাতত তুলি দিলে কিতাপ। অজস্ৰ কিতাপ। আটাইবোৰ হ'ল পাঠক্ৰমৰ কিতাপ। মই পঢ়িবলৈ আৰম্ভ কৰি দিলো।

নীহাৰ হ'ল ব্যৱসায়ী । শিবাটি শুজৰ ডাঙৰ দোকান আছে তেওঁৰ । আৰু উপৰিও আনুসংগিক ইটো-সিটোও আছে।

বিয়াৰ প্ৰায় দুবছৰৰ পিছত আমাৰ এটা সন্তান উপজিল। তেতিয়ালৈ মই হায়াৰ ছেকেণ্ডেৰিত বহিব পৰা হৈছিলোগে। তেনেতে এদিন ঘটনা এটা ঘটিল। শিশুটিক আনন্দিত কৰিবলৈকে মই মজিয়াৰ কাপেটত বিভিন্ন খেলা দেখুৱাবলৈ ধৰিলো। কিবা এটা পুৰণি অথচ অচিনাকি পুলকেৰে মই ৰোমাঞ্চিত হৈ উঠিলো। তাৰ ব্যাকাৰথৰৰ

ফ্ৰেমত বহি মই মই কোঠাটোত ঘূৰি-ঘূৰি ছুবি খপিয়াই ধৰা খেলটোৰ অনুশীলন চলাবলৈ ধৰিলো। কাম কৰা মানুহজনীয়ে দুৱাৰ খুলি দিছিল বোধ হয়, অসময়ত নীহাৰ আহি মোৰ তেনে কাণ্ড দেখি একেবাৰে স্তম্ভিত হৈ ৰৈ গৈছিল। ময়ো হতবাক হৈ ৰৈ গৈছিলো। মোৰ শৰীৰৰ শাৰী খহি পৰি আছিল কোঠাৰ এচুকত, পেটিকোট-ব্লাউজ পৰি আছিল আন এটা চুকত, আৰু কেৱল অন্তৰ্বাস দুটা পিন্ধি সেই দিন দুপৰতেই মই হৈ উঠিছিলো ছাৰ্কাছকুঁৱৰী- নিজৰেই অন্বেষণত।

প্ৰবল বেগেৰে এটা ছাইক্ল'ন আমাৰ সংসাৰৰ ওপৰেদি পাৰ হৈ গৈছিল।

ডায়েৰি লিখাৰ অভ্যাস তেনেকৈ নাছিল যদিও নীহাৰে কৈছিল হানিমুনৰ সময়ত-"তোমাৰ পঢ়াত যিমান ৰাপ, লিখাৰো চেষ্টা কৰা। পাৰিবা।"

মই খিল্‌খিলাই হাঁহি সমুদ্ৰৰ বালিত বাগৰি পৰিছিলো। তেওঁ আন্তৰিকতাৰে কৈছিল,- "সঁচাকৈ তুমি পাৰিবা।"

"কেনেকৈ জানিলে ?"

"কিতাপ মাত্ৰেই জধেমধে নপঢ়া জানো তুমি ? চইছ আছে তোমাৰ। সমালোচনাও ভাল কৰা ।"

ডায়েৰি লিখিবলৈ লৈছিলো। সেই ছাইক্ল'ন; সিও মহটিয়াই গৈছিল কেইবাখিলা পাত।

সেই ঘটনাৰ পাছত কেইবাবছৰো বাগৰি গ'ল। ডায়েৰিখন পুৰণি হৈ গ'ল। আমাৰ সন্তানটোও এতিয়া হাইস্কুলীয়া।

সিদিনা অলপতে নীহাৰে কিতাপৰ আলমাৰি চাফা কৰি আছিল। এনেধৰণৰ কাম তেওঁেই কৰে। হঠাৎ তেওঁ একেবাৰে উৰাউল হৈ চিঞৰি-চিঞৰি মোক মাতিলে।

" অৰুন্ধতী ! অৰুন্ধতী ! অৰুন্ধতী....! এইফালে আহা... ।"

মই উধাতু খাই দৌৰিলো। যদিও মোৰ পিতৃপ্ৰদত্ত নাম দময়ন্তী গুচাই বিয়াৰ সময়তে তেওঁ মোৰ নাম অৰুন্ধতী ৰাখিছিল, তথাপি বিবাহিত জীৱনৰ এই সুদীৰ্ঘকাল ধৰি তেওঁ মোক জান্ বুলিয়েই মাতি আহিছে। সেইদিনা সেই প্ৰাচীন নামৰ আবেগতে মই ঢপলিয়াই গ'লো। এৰা, এমোকোৰা উজ্জ্বল হাঁহিৰে হাতত সেই ডায়েৰী লৈ তেওঁ এদ'ম পুৰণি কিতাপৰ মাজত ৰৈ আছে। পুৰণি কিতাপৰ প্ৰতি ভালপোৱাৰে মই সেইবোৰ দিল্লীৰ জনপথ অথবা কলকাতাৰ কলেজ ষ্ট্ৰীটৰ পৰা যুকুত ভাৰ বান্ধি আনিছিলো ।

" কি হ'ল, এনেকৈ চিএৰিছে যে ?"

মই তেওঁৰ হাঁহিভৰা মুখ দেখি থমকি সুধিলো। তেওঁ মোলৈ ডায়েৰিখন মেলি আগবঢ়াই দি ক'লে,- " চোৱা, এয়া কি লিখিছিলা ? ছাৰ্কাছকুৱঁৰী ! অ' মোৰ ছাৰ্কাছকুৱঁৰী !"

নীহাৰ কাষ চাপি আহিছিল। মৃত্যুৰ আগমুহূৰ্তলৈকে পুৰুষৰ কামনা-বাসনা হেনো হীন-ডেটি নঘটে।

পাছত মই এখন মহিলা আলোচনীৰ সম্পাদকৰ সৈতে যেনেতে কথা পাতিছিলো । মই কৈছিলো যে একেবাৰে সত্য অনুভৱেৰে মই এজনী ছাৰ্কাছকুৱঁৰীৰ কাহিনী লিখিব খোজোঁ। যাৰ তেজত প্ৰবাহিত হৈ আছে ক্ৰীড়ামত্ততা; তেওঁ সংসাৰৰ ধৰ্মও কেনেদৰে বিনম্ৰ হৈ পৰিছে, এটা চকৰিৰ পৰা ঘূৰি-ঘূৰিয়েই মানুহৰ জীৱনে কিদৰে লাটুমৰ বৰ্ণাঢ্য স্থবিৰতা লাভ কৰে তাৰেই সঁচা কাহিনী।

সম্পাদক সন্মত হৈ গৈছিল। আৰু মই ডায়েৰিৰ পাতৰ পৰাই ওভতনি যাত্ৰা আৰম্ভ কৰিছিলো। সেই লেখা কেৱল অৰুন্ধতীৰ নামত প্ৰকাশ হৈছিল। কোনোদিনে নিহাৰে মোক সেন্দুৰ বা অলংকাৰ পিন্ধাই চিৰাচৰিত স্ত্ৰীৰ দৰে ৰাখিব খোজা নাছিল। কোনোদিনে বিচৰা নাছিল মোৰ নামৰ পিছত আৰু কিবা এটা শব্দ গুলমি থকাটো। তেওঁ কেৱল বিচাৰে আবুৰতা। হাজাৰজনৰ দৃষ্টিয়ে এসময়ত ধুই নিয়া মোৰ ক্ৰীড়ামত্ত অৰ্ধনাঙঠ শৰীৰটোকে তেওঁ কেৱল পাঁচহতীয়া শাৰী অথবা ছেলোৱাৰেৰে ঢাকি আবুৰত ৰাখিব খোজে।

মোৰ কাহিনীয়ে পাঠক পাইছিল। চিঠি-পত্ৰ প্ৰকাশ পোৱাৰ উপৰিও কেনেভো বহুজনৰ সঁহাৰি পাবলৈ ধৰিলো। মই অভিভূত হৈ উঠিলো। কিন্তু ইমানবোৰ ভাললগাৰ মাজতো নীহাৰৰ পৰিয়ালৰ মানুহৰ বাবে এই লেখা যে চৰম অপমানসূচক হৈ উঠিছিল সেয়াও মই উপলব্ধি কৰিব পাৰিছিলো। ছাৰ্কাছৰ ছোৱালী বিয়া কৰাবলৈকে নীহাৰে সমস্ত মানুহৰ পৰা আঁতৰি আহিছিল। এনে কি চুম্বকত্ব আছিল মোৰ মাজত ? নাই-নাই এইকথা নীহাৰক মই কাহানিও সোধা নাই। কিন্তু কোনো আবেগিক মুহূৰ্তত অতীত ৰোমন্থন কৰি তেওঁ প্ৰায়ে কৈ উঠিছিল আমাৰ প্ৰথম দৰ্শনৰ কথা।

'এনেকুৱা লাগিছিল জানানে জান, তুমি যেন ভুল ঠাইত একেবাৰে অনিচ্ছাসত্ত্বেও বাস কৰিছিলা। এনে লাগিছিল, সেই কদৰ্য লগোৱা অকল-অকল কাপোৰ দুজোখৰে তোমাক ভিতৰৰ মানুহজনীক অহৰহ হাসি-খুঁচি আছিল। জীৱনত কিবা এটা পাত্ৰো

হেকবাৰ শূন্যতাই আৱৰি ৰাখিছিল তোমাৰ মুখৰ জ্যোতি। তুমিতো জানাই মই কিমান আত্মবিশ্বাসী মানুহ। প্ৰবল আত্মবিশ্বাস জাগি উঠিছিল- তোমাক পৃথিৱীৰ সমস্ত সুখ মই প্ৰদান কৰিব পাৰিম বুলি। অঁ মইহে পাৰিম বুলি -।"

আৰু অনেক কথাই প্ৰায়ে কৈছিল তেওঁ। কিন্তু সদায়ে টোপনিত ঢলি পৰিছিলো মই। খিৰিকিয়েদি জোনাক আহি আমাৰ বিছনাত পৰিছিল। তেওঁ আলফুলকৈ মোৰ চুলিত আঙুলি বুলাই মন্ত্ৰমুগ্ধৰ দৰে এটা-এটাকৈ একেখিনি কথাকে কৈ শুনাইছিল আৰু সাধু শুনি টোপনিৰ জগতলৈ এখোজ-দুখোজকৈ গুচি গৈছিলো মই ছাৰ্কাছকুঁৱৰী। নাই-নাই, তেনে টোপনিৰ সপোনবোৰত কোনো বেংকবেলেঞ্চ অথবা অট্টালিকাৰ ছবি নাছিল। হাতীপটি ফালি সোণৰ জখলাৰে কোনো আৰ্যপুত্ৰও নামি অহা নাছিল। অজস্ৰ চকৰি ঘূৰিছিল মোৰ চৌপাশে; মোৰ সোণটো পিতাৰ দৰে ৰিং মাষ্টাৰৰ চাবুক ধৰি থিয় হৈছিল আৰু মই এডাল অদৃশ্য ৰছীৰ ওপৰেদি এচকীয়া ছাইকেল চলোৱাৰ অনুশীলন চলাইছিলো। মোৰ কলাফুলৰ সিৰা টানি ধৰিছিল, কঁকালৰ অদৰকাৰী চৰ্বি দেখি দৰ্শকৰ টিটকাৰি উফৰি আহিছিল। উস-আস কৰি মই বহি উঠিছিলো। নীহাৰ তেতিয়ালৈ টোপনিত ঢলি পৰিছিল। আৰু মই ছয় মহলাৰ গ্ৰিল নলগোৱা বেলকনিৰ ৰেলিঙত থিয় হৈ দুহাত মেলি খোজ লোৱাৰ অদম্য বাসনাকো দমাই বাৰে-বাৰে বেছিনৰ পানীৰে চকু-মুখ ধুই বৈছিলোগৈ।

এৰা ছাৰ্কাছ মানেই যেন তেজ ! ছাৰ্কাছ মানেই যেন জীৱনৰ প্ৰাপ্তি, সপোন পূৰণ আৰু কত কি !

মহিলাগৰাকী গুচি যোৱাৰ পাছত বহুসময় মই ছ'ফাতে অলসভাৱে বহি ৰ'লো। ল'ৰাটোৰ টিউশ্যন আছে, দুটা। একেবাৰে নীহাৰে লৈ আহিব। মোৰ এতিয়া একো ব্যস্ততা নাই। কিন্তু মহিলাগৰাকীক মই সেইবুলিয়েই ওভতাই পঠিয়ালো। কিয় ? নাঃ, মন নোযোৱা হৈছে। ছাৰ্কাছকুঁৱৰী লিখাৰ প্ৰেৰণা অথবা ছাৰ্কাছকুঁৱৰীৰে সঁচা জীৱন খুঁচৰিব খোজা মানুহবোৰৰ বাবে মোৰ হাতত যেন মুঠেই সময় নাথাকে।

ফোনটো বাজি উঠিছিল। একেবাৰে অচিনাকি পুৰুষ কণ্ঠ এটা ভাহি আহিল। বিনম্ৰ পুৰুষ কণ্ঠ।

'হেল্ল' মই ছাৰ্কাছকুঁৱৰী অৰুন্ধতীক বিচাৰিছোঁ।"

'হয় মই অৰুন্ধতীয়েই কৈছোঁ। আপুনি কোনে কৈছে ?"

'মই জয়প্ৰকাশ সিংহানিয়া। মুম্বাইত থাকোঁ। টেলিভিছনত কাম কৰোঁ। জন্ম

অসমতে। অসমৰ ছাৰ্কাছত বন্যপ্ৰাণী সুৰক্ষা দিয়াৰ নামত যে' এনিমেল লৈ ফুৰাৰ বিৰোধিতা কৰিছে সেই সম্পৰ্কে তথ্য সংগ্ৰহ কৰিছোঁ।"

'এই বিষয়ত মই কি ক'ম ?"

'আপুনিতো ছাৰ্কাছকুঁৱৰী।"

মই মনে-মনে ৰ'লো। বিছিভাৰ থওঁ নে লাইন কাটি দিওঁ ? কিন্তু তেওঁ পুনৰ কৈ উঠিল,- 'আপোনাৰ লেখাই মোক আচৰিত কৰি তুলিছে। বেচ সাহসেৰে আপুনি আপোনাৰ সপোনৰ কথাও লিখিছে। এতিয়াও জানো সপোন লালন কৰে আপুনি ? পঢ়ি মই ইম'শ্যনেল হৈ পৰিছোঁ। বিশ্বাস কৰক, বিশ্বাস কৰক আপুনি, বেংকক অথবা পৃথিৱীৰ যিকোনো ঠাইলৈকে লৈ যাব খোজোঁ মই আপোনাক। ডলফিনৰ সৈতে পানীত ৰিং খেলক আপুনি, আমাজান জংঘলৰ গছৰ পৰা ওলমি থকা শিপাৰ বহীত খোজকাঢ়ক, দৌৰক, ছাইকেল চলাওক আপুনি। মই আপোনাৰ বাবেই বহুদূৰৈৰ পৰা সোণৰ জখলাৰে নামি আহিছোঁ। দেৰি হ'ল সঁচা, কিন্তু জীৱনে বিচৰাখিনি গ্ৰহণ কৰিবলৈ এতিয়াও সময় আছে।"

মই খপ্‌কৈ কাণৰ পৰা বিছিভাৰ নমাই থ'লো। অদ্ভুত কাণ্ড ! অদ্ভুত কাণ্ড ! কাৰ এনে ধেমালি কৰাৰ সাহস জাগিল আজি ?

মোৰ মুখত বিন্দু-বিন্দু ঘামৰ কণিকা। শাৰীৰ আঁচলেৰে মোচাৰিলো। এতিয়া অক্টোবৰ মাহ।এজোপা শেৱালি কাষত থকা হ'লে !

ফোনটো পুনৰ বাজি উঠিল। হয়, সিংহালিয়াই হয়।

'মেডাম, প্লিজ ফোন নথ'ব। মোৰ বৌ গৈছিল আজি আপোনাৰ কাষলৈ। শুনিছোঁ ছাৰ্কাছকুঁৱৰীতকৈও অদ্ভুত ধুনীয়া আপুনি। ভাবক আপুনি ভালকৈ ভাবি চাওক।"

'এনেকুৱা ফাল্টু কথাবোৰ ভাবিবলৈ মোৰ কোনো দৰকাৰ পৰা নাই। আৰু শুনক মিষ্টাৰ, আপুনি ভুল ঠাইত ফৰ্মুটি মাৰিছে। এটা সন্তান আৰু এজন খুব ভাল স্বামীৰ সৈতে এখন সুন্দৰ সংসাৰ আছে মোৰ।"

'খং নকৰিব মেডাম। মই আপোনাক ডিষ্টাৰ্ব নকৰোঁ আৰু। মোৰ ফোনৰ নম্বৰটো লওক।

কেতিয়াবা প্ৰয়োজন হ'লে ৰিং এটা কৰিব। আপোনাৰ ছাৰ্কাছকুঁৱৰীৰ প্ৰেমত গদগদ মই এটা নগণ্য মানুহ, যাক আপুনি ভাল পাব নোৱাৰিলেও অন্ততঃ ঘৃণা নকৰিব। জীৱনৰ শেষ সময়লৈকে মই আপোনালৈ অপেক্ষা কৰিম। বিশ্বাস কৰক মত্ৰেই সেই

আৰ্যপুত্ৰ, সোণৰ জখলাৰে নামি আহিলো, উভতি নাযাওঁ আৰু। অপেক্ষাত ৰ'ম আপোনাৰ। ইমানকৈ হৃদয়েৰে-নিৰ্মলভাৱে বিচাৰিছোঁ আপোনাক, মই জানো চুলি পকি বগা হৈ গ'লেও, দাঁত সৰি বুঢ়ী হৈ গ'লেও আপুনি মোৰ জীৱনলৈ এদিন আহিবই, অপেক্ষা কৰিম মই।"

"ষ্টপ ইট্ ষ্টপ ইট্!"

"কুল ডাউন প্লিজ। যি ইচ্ছা আপোনাৰ কৰক। পুলিছ মাতে, মোক মাতি নি অপমান কৰে, যি কৰে কৰক। কিন্তু আপোনাৰ সংসাৰ ভাঙিবলৈ অহা নাই, এইটোও বিশ্বাস কৰক।"

"কি বিচাৰে আপুনি, কি বিচাৰে ?"

"পৃথিৱীৰ যি ঠাইৰ পৰা ফোন কৰিম, আপুনি বেছুপাও কৰাটো। বাচ আৰু একো নিবিচাৰোঁ মই। আপোনাক লগ কৰিবও নোখোজোঁ, বাৰে-বাৰে মোৰ অপেক্ষাৰ কথা কৈ আপোনাক ডিষ্টাৰ্ব কৰিবও নোখোজোঁ। সুখী হৈ থাকক আপুনি, মই ফোন কৰিলে ভালে আছোঁ বুলি ক'ব। বাচ মই ওৰে জীৱন এনেদৰে অকলেই অপেক্ষাত ৰ'ম মোৰ ছাৰ্কাছকুঁৱৰীৰ !"

ফোনৰ লাইন সিফালৰ পৰাই কাট হৈ গৈছিল।

কোনো আকুল ক ন অনুভূত হোৱা নাছিল হৃদয়ত। আজিকালি অনেক মানুহে ফ্ৰি ফোনকল কৰাৰ সুবিধা পালেই এনেধৰণৰ কথা কোৱাটো একধৰণৰ ফেশ্বনতহে যেন পৰিণত হৈছে।

ঘড়ীলৈ চালো। এতিয়াও নাহাৰহঁত আহি পাবলৈ বহু সময় বাকী। মই ফোনটোলৈ চাই বহি ৰ'লো। বহিয়েই ৰ'লো সেইটোলৈকে চাই।

এখন বিশাল বোলাৰৰ দৰ্দান্ত চকা হৈ ফোনটোৱে যেন মোৰ শৰীৰৰ ভিতৰ অন্য এটা শৰীৰক ক্ৰমশঃ পিহিবলৈ আৰম্ভ কৰি দিলে, চকৰিসমৃদ্ধ শৰীৰক।

**প্ৰান্তিক, ১৬ ফেব্ৰুৱাৰি, ২০০৫**



# নাৰিকল

বিশ্বদ্বীপ কাকতীয়ে নাৰিকল খাই ভাল পাইছিল। পাইছিল নহয়, পায়।

হেঃ ! নিজৰেই আউল লাগি গ'ল তেওঁৰ। গৈ থকা ভাৱনাৰ গতি মন্থৰ হৈ আহিল। নহয় নহয়, যেতিয়া খাইছিল, তেতিয়াহে ভাল পাইছিল। সেই তেতিয়াৰে জুতিহে এতিয়া জিভাত সাৰ পাই উঠে। চপ্‌চপীয়াকৈ তিতি যায় আৰ্দ্ৰ জিভা। কিন্তু পিছপাকতে সেই ৰস থু মাৰি দলিয়াই পেলায় তেওঁ। নাপায় নাপায়, এনে ৰস এতিয়া জিভালৈ আহিব নাপায়। পিতৃৰ অস্থি নিক্ষেপতে তেওঁ সেই ফল ত্যাগ কৰিছে ......।

প্ৰাথমিক বিদ্যালয়ত পঢ়োঁতে, ফলৰ নাম লিখিবলৈ দিলে প্ৰথমেই তেওঁ নাৰিকলৰ নাম লিখিছিল। তাৰ পিছতহে আম, টেঙা, খেজুৰ ...। মধুমাষ্টৰে প্ৰায়েই কৈছিল,- "পৃথিৱীখনত আৰু ফল বিচাৰি নাপালি ? আপেল-আঙুৰ, কল-সুমথিৰাবোৰ ক'লৈ গ'ল ?"

তেওঁ মনে-মনে কৈছিল। বৰ মৰমলগা সেই ফলবোৰ ? তাৰ গছবোৰ !

কেতিয়াবা মধু মাষ্টৰে তেওঁৰ শ্লেটখন দাঙি ঢাৰিত বহি থকাজাকক দেখুৱাইছিল,- "ই কি লিখিছে চা। তহঁতৰ কাৰোবাৰ ঘৰত জলফাই-আমলখি আছেনে ?"

"আছে ছাৰ ...।"

"ওঃ; এদিন দুটামান লৈ আহিবি। ই খাই চাব। আৰু ইও তহঁতলৈ কিবা এবিধ ফল আনিব। তই কি আনিবি বিশ্ব ?"

তেওঁ তলমূৰকৈ মনে-মনে কৈছিল।

এটা সময়ত কলেজীয়া শিক্ষা সাং কৰি তেওঁ টেণ্টহাউছ খুলি বহিছিল। লগতে পি. চি. অ', প্লাষ্টিক ফাৰ্নিচাৰৰ দোকানো। আৰু এদিন ঘৰে চাই দিয়া ছোৱালীজনীকে বিয়া পাতি লৈ আনিছিল। সেই সময়ছোৱাতে তেওঁৰ মন-প্ৰাণ ক্ৰমশঃ ঘৰখনৰ কোঠাই-কোঠাই বিয়পিবলৈ আৰম্ভ কৰিছিল ...।

পত্নী জবাই বাৰে-বাৰে হেঁচুকিয়াইছিল তেওঁক কোঠাৰ বাহিৰলৈ।

"কি কাম তোমাৰ ভিতৰত, বাৰে-বাৰে যে আহি থাকা ?" তেওঁ উত্তৰ দিয়াৰ প্ৰয়োজনবোধ নকৰিছিল। ঘৰৰ মানুহক দেখুৱাবলৈকে খেৰখেৰীয়া পুৰণা গাড়ীখনতে বহু সময় লাগি বৈছিল। এৰা, শোৱনিকোঠাৰ কাষতেই আছিল গেৰেজটো। পাছলৈ জবাই নন্দেকৰ তীক্ষ্ণ বাক্যবাণৰ পৰা হাত সাৰিবলৈকে নিজেই বহু সময় পাকঘৰত সোমাই থৈছিল। তেতিয়া আকৌ হঠাত কাকতীয়ে জবাক আগচি ধৰিছিল,- "দিনটো ইয়াতেই

সোমাই থাকিবানে ভিতৰলৈও আহিবা ?"

জবাই মুখেৰে একো নামাতিছিল যদিও পোন্দোৰা চাৱনি এটা হ'লে অৱশ্যেই মাৰিছিল।

কি কৰে কাকতীয়ে ?

কি কৰে তেনে অৱস্থাত পৰা পুৰুষে ?

নাই-নাই, সেই বিষয়ত তেওঁৰ কোনো জ্ঞান নাই। এনেয়ে মূৰটোকে অকমান খজুৱাই-খজুৱাই তেওঁ তাৰ পৰা ওলাই আহে।

তেনেকুৱাতে জবাই গা ধোৱা বন্ধ কৰিছিল। এইবাৰ যেন কাকতীয়ে পাকঘৰতে নহ'লেও আশে-পাশেই দিনটো কটোৱাৰ সিদ্ধান্ত ল'বলগীয়া হ'ল। কিন্তু কি কৰে ? মাক আৰু ভনীয়েকেৰে জবা পৰিবেষ্টিত হৈ থাকে। তেওঁ পাকঘৰৰ কাষৰ বাৰীখন বন কৰা মানুহৰ হতুৱাই চিকুণোৱালে। মাকে পাকঘৰৰ খিৰিকীৰেই সুধিলে,-

"কি কৰিবি ?"

"খেতি।"

"সাৰ যে পালি ! পাছে কিহৰ খেতি ?"

"কম আৰু কিবা কিবি।"

তেওঁ মূৰটো এনেয়ে এবাৰ খজুৱাই খিৰিকীৰ ফালে চালে। নাই, জবাক দেখা নগ'ল। লৰালৰিকৈ বন কৰা মানুহ দুটাক কামৰ দিহা দি তেওঁ ভিতৰলৈ যাবলৈ উদ্যত হ'ল। কিন্তু মাক তেতিয়াও ৰৈয়েই আছে। পুত্ৰেকেনো তাত কি কৰে, তাকে লৈ যেন তেওঁ পৰম উদ্বিগ্ন।

"ফলৰ পুলি অলপ কৰিম মা। চৌধুৰী নাৰ্ছাৰিৰ সৈতে কথা পাতিছোঁ -

"কি ফলৰ পুলি ?"

নশুনাৰ ভাও জুৰি কাকতীয়ে ভিতৰলৈ খোজ ল'লে। মাকে ভাবিলে,- নাৰিকলৰ বাহিৰেনো আৰু কিডাল চিনি পাব ই !

সঁচাকৈয়ে বাৰীখনত কেৰেলিয়ান নাৰিকলৰ পুলিয়ে শাৰী পাতি মূৰ তুলি উঠিল। নাৰ্ছাৰিৰ মানুহেও পুলি নিবলৈ আৰম্ভ কৰিলে। তেনেতে এদিন বোকোচাত কেঁচুৱা এটা লৈ, গাঁতত নিমখ ঢালি তেওঁ নিজৰ পদূলিতো দুটা পুলি কই থ'লে।

কাৰেণ্ট নথকা দুপৰীয়াবোৰত, গৰমত ইচাত-বিচাট কৰি থকা জবাক তেওঁ প্ৰায়ে ডাব আনি দিয়ে। এদিন মৰমেৰে সুধিলে,- "খাই চাবা নেকি জবা, ভিতৰখিনিও অকমান ?"

" ছিঃ !"

কাকতীৰ ভিতৰৰ মানুহজন চমকি উঠিল। ডাবৰ ভিতৰৰ কুঁহলীয়াখিনিকনো কোনোবাই ছিঃ বুলিব পাৰেনে ? তথাপি তেওঁ জবাৰ মুখলৈকে চাই সহি-সামৰি এটা মুহূৰ্তলৈকে স্তব্ধ হৈ ৰ'ল। ক'লে কোনোমতে,- "নাপায় নহয় ছিঃ বুলি ক'ব। খোৱাবহুহে। নাৰিকল কিমান ভাল ফল . ।"

"নাৰিকলহে ভাল। কিন্তু এনেকুৱা অকমানি ডাবৰ ভিতৰখাখান চাবাচোন ছিঃ !"

"আকৌ ছিঃ ?"

"ছিঃ নহয়, কি ! বিড়ি খোৱা মানুহৰ কফৰ নিচিনা . ।"

"... ছিঃ !"

জবা খিলখিলাই বাগৰি পৰিল। তেওঁ স্তব্ধ হৈ চাই ৰ'ল পত্নীৰ মুখলৈ। কি কৰে তেওঁ ? খংতো কৰিব নোৱাৰেই।

তথাপি তেওঁ প্ৰিয়ফলৰ তালিকাত নাৰিকলকে নাম্বাৰ ৱান বুলি ঘোষণা কৰি জবাক শুনাই দিলে।

কিন্তু ক্ৰমশঃ ক'ৰবাত ডাব দেখিলেই তেওঁৰ বুকুত শুই থকা পুৰণি কাহ এটা সাৰ পাই উঠা হ'ল। মনতে প্ৰতিজ্ঞা কৰিলে তেওঁ ডাবলৈ চকুকে নিদিয়ে বুলি। পাছে. যেনিয়ে যায়, তেনিয়েই ডাবকেই দেখা পোৱা হ'ল তেওঁ। উঃ, বজাৰত ইমানবোৰ ক'ল্ড ড্ৰিংক থাকোঁতেও মানুহবোৰৰ ডাবলৈহে চকু ! বেপাৰীবোৰো যে ! ডাব বেচাৰ বাহিৰে আৰু আন একো কাম বিচাৰি নাপালে ইহঁতে ? উঃ, গোটেইসোপা ধূম্ৰপায়ীৰে কফবোৰ বেচিবলৈহে যেন বৈ থাকে এই বেপাৰীবোৰ ! হে ঈশ্বৰ অতি সোনকালেই সেই সময় আনি দিয়া। নাৰিকল পুৰঠ হোৱাৰ সময়।

তেনেতে তেওঁৰ এটা ল'ৰা উপজিল।

ঘৰখনত সক-সুৱা এটা নন্দোৎসৱৰেই সৃষ্টি হ'ল। ধুবুৰীৰ পৰা অহা পেহীয়েকে কেঁচুৱাটো কোলাত লৈয়েই ক'লে,- "আও ! বৰ ধুনীয়াচোন ইয়াৰ নাৰিকলটো ! সৰিয়হৰ গাকত শুৱাইছা জবা ?"

"পেহী নাৰিকল নহয় দেই, ডাবহে।"

ভনীয়েকৰ মাত শুনি কাকতীয়ে থৰ লাগি তাইলৈ চাই ৰ'ল। কি ক'লে তাই, কি ক'লে ? ডাব ? এৰা পুৰঠ নোহোৱা নাৰিকলহে হ'লগে এতিয়া তেওঁৰ ল'ৰাৰ মূৰটো '

তাৰ পাছৰ পৰাই কেঁচুৱাটো কোলাত ল'লেই তেওঁ কিবা ডাব-ডাব গোন্ধ এটা পোৱা হ'ল।

"জবা ইয়াৰ মূৰত নাৰিকলতেল ঘঁহা নেকি ?"

"ওহোঁঃ বেবি অইল। অ' সিদিনা চন্দি লাগোঁতে মাত্ৰে মিঠাতেল অকমান দিছিল

অৰণ্যে ...।"

কাকতীয়ে শুই থকা কেঁচুৰাটোলৈকে চাই বহি থাকে। মানুহবোৰে কোৱাকুই কৰিলে,- "বৰ মৰম বাপেকৰ। চকুৰ আঁতৰকে নকৰে।"

তেওঁ সেইবোৰ একাণে শুনি আনকাণে উলিয়াই দিয়ে। কিন্তু ভাবি থাকে,- ইচ কোনোবাই যদি ক'লেহেঁতেন ডাবৰ পৰা নাৰিকল হ'বলৈ মানুহৰ মূৰে কিমান সময় লয় ! ...... ডাবৰ ভিতৰছোৱাৰ দৰেই মানুহৰ মগজু নামৰ লপথপ বস্তুবিধৰ প্ৰতিও তেওঁৰ ক্ৰমশঃ অস্বস্তি বাঢ়ি গ'ল। পাছে অত্যন্ত সন্তৰ্পণে ...।

ক্ৰমান্বয়ে কেঁচুৰাটো ডাঙৰ হৈ আহিল। ডাঙৰ হৈ আহিল পদূলিৰ মূৰত ৰোৱা নাৰিকল দুজোপাও। দুয়োজোপাই ফুল সৰালে, কলি পেলালে আৰু তেওঁৰ প্ৰিয়ফল সৃষ্টিৰ মহাআড়ম্বৰত লাগি গ'ল।

সেই সময়ছোৱাত দিনটোত এশবাৰ ওলোৱা-সোমোৱা কৰিবলগীয়া হ'লেও. গাড়ীত বহিয়েই তেওঁ দৃষ্টি স্থিৰ কৰি লৈছিল,- নাৰিকল দুজোপাৰ উৎপাদন নাচায় বুলিয়েই। তেতিয়ালৈ তেওঁ ঘেৰেৰীয়া ফিয়েটখন এৰি মাৰুতিৰ ষ্টিয়েৰিঙত হাত থ'ব পৰা হৈছিলগৈ।

এৰা, তেওঁ বুকুখনেও যেন তেতিয়ালৈকে ঢক্ ঢক শব্দৰ সলনি ডাব-ডাব শব্দৰহে সৃষ্টি কৰিবলৈ আৰম্ভ কৰি দিছিল ...।

তেনেকুৱাতে জবাই কেতিয়াবা আবদাৰ ধৰে,- "আনি দিবা তোমাৰ নতুন গছৰ ডাব এটা ?"

তেওঁ পত্নীৰ চকুলৈ চাই ৰয়। আৰু যেতিয়াই কৌতুকমিশ্ৰিত হাঁহিৰ ৰেশ তাত বিৰিঙি উঠা দেখে, তেতিয়াই তেওঁ নিজৰ কামৰ ফালে ঘূৰিব খোজে। কিন্তু কিবা ওকালি-ওকালি ভাব এটাৰেহে বুকুত শুই থকা পুৰণি কাহটো জাগুৰ খাই উঠে।

"হ'লেই নহয় আৰম্ভ। কিনো ইমান ঘিণ লাগিল তোমাৰ ? মতা মানুহৰনো ইমান ঘিণনে ? কফৰ নিচিনা, শেঙুনৰ নিচিনা বুলি ক'লোৱেই জানিবা ...।"

"মনে মনে থাকা।"

"উস ! ভাল পায় আকৌ নাৰিকল, চইছটো চোৱা।"

"জবা।"

"কি হ'ল ?"

"লাগি নাথাকিবা।"

"কিয় নালাগিম ? তোমাৰ লগতেইতো লাগিম। এনে নাৰিকলটো পালো মই ! কুটি-কুটি কুটৰ লগত খাই থ'ম তোমাক, ৰ'বা ...।"

ডাবৰোৰ এসময়ত নাৰিকল হৈছিলগৈ। কাকতীৰ পদূলিত্তো, বাৰীতো: চুবুৰীয়াৰ ঘৰতো, গাঁৱতো, চহৰতো ...।

সন্ধ্যাৰ পৰা কিনকিনাই থকা বৰষুণজাকে সেইদিনা ৰাতিলৈ তাৰ বেগ বঢ়াইছিল। লাইটো নাছিল গতিকে দুৱাৰ-ডাং মাৰি কাকতীৰ ঘৰখন সোনকালেই শুই পৰিছিল।

চিলমিলকৈ টোপনি আহিছিলহে, হঠাৎ ড্ৰয়িংৰুমৰ দুৱাৰৰ হুক খোলাৰ অনুমানত কাকতী এজেঞ্জাপে বিছনাৰ পৰা নামি আহিল। আন্ধাৰে-মুন্ধাৰে দুৱাৰৰ কাষত সন্তৰ্পণে বৈ আছে দেউতাক।

"কি হৈছে ?"

তেওঁ দেউতাকক প্ৰায় ফুচফুচায়েই সুধিলে।

"চোৰ ...।"

"ক'তা ?"

"নাৰিকল গছত। চা, গে'টৰ সোঁকাষৰ জোপাত।"

"চোৰ হয় জানো ?"

"হয় হয়। মই নিজে দেখিছোঁ তললৈ নাৰিকল লৈ নামি অহা .. আকৌ উঠি যোৱা ..।"

"অই চালা চোৰ। নাম, মোৰ গছৰ পৰা নাম।"

দেউতাকৰ কথাৰ মাজতে মুহূৰ্ত্ততে চোৰৰ ফালে চোঁচা মাৰি যোৱা কাকতীৰ হুংকাৰ শুনি চোৰেও থতমত খালে। কিন্তু চোৰ চোৰেই। এক বুদ্ধিৰ বান্ধে।

হঠাৎ বিকট চিএৰ এটা মাৰি কাকতী থিতাতে লুটিখাই পৰিল। আৰু পাইপেৰে তললৈ পানী নমাদি নাৰিকল গছৰ গাৰে চুঁচৰি নমা চোৰ পলাই অন্তৰ্ধান।

নিমিষতে হুৱাদুৱা লাগি পৰিল। চোৰে দলিয়াই দিয়া নাৰিকলৰ খুন্দাত কাকতীৰ নাক-মুখ ৰাঙলী হৈ গৈছে।

সেই ঘটনাৰ প্ৰায় এমাহমানৰ মূৰত তেওঁৰ দাঁতৰ ওপৰপাৰিত দুটা নকল আগদাঁত খাপ খাই বহি ৰ'ল।

কোনেও যেন মনেই নকৰে দাঁত দুটা। কথাটো জনাবোৰে ইচ-আচ কৰে আৰু নজনাবোৰে তেওঁৰ ওপৰ ওঁঠৰ চিলাইৰ দাগটোকে চাই চোৰৰ বংশ উজাৰি গালি দিয়ে। শাও দিয়ে। কিছুমানে তেওঁক সতৰ্কও কৰে, ভৱিষ্যতে তেনেদৰে বাহিৰ নোলাবলৈ।

ছেগ মিলিলেই কাকতীয়ে আইনাত দাঁত দুটা চাই থকা হ'ল। এদিন জনাৰ চকুত পৰিল। আথেবেথে ক'লে,- ! "হ'ব দিয়া। ইমানকৈনো চাই থাকা কিয় ?"

"ধৰিব পাৰি ?"

"ওহোঁ। কিন্তু তোমাৰ এই দাঁত দুটা মোৰ কিবা ভাল নালাগে। তাতকৈ তুমি সোলা হৈ থকাই ভাল যেন ___"

"কিয় ?"

"কিবা যেন ভাল নলগা ধৰণৰ। কিবা যেন বেছি বগা ... ধকধকীয়া .. কিবা যেন লোকৰ মুখৰ দাঁত ...।"

এসময়ত ডাব-ডাব কৰিবলৈ আৰম্ভ কৰা তেওঁৰ বুকুখনে হঠাৎ ভাঁজ সলাই দাঁত-দাঁত কৰিবলৈ আৰম্ভ কৰি দিলে ___।

আমন-জিমনকৈ বহি থকা দেখা গ'ল তেওঁক পি ছি অ', ফাৰ্নিচাৰৰ দোকানত, টেণ্ট হাউছৰ অফিছকমত, চৌধুৰী নাৰ্ছাৰিৰ গ্ৰিন হাউচত ।

তেনেকুৱাতেই তেওঁৰ দেউতাক ঢুকাল।

অস্থি লৈ তেওঁ ত্ৰিবেণী সংগমলৈ গ'ল।

গয়াৰ অক্ষয়বটৰ তলত পুৰোহিতে ক'লে,- "কিবা এটা এৰা। কিবা এবিধ ফলমূল ...।"

"____।"

"যি আহিছে মনলৈ তাকে কোৱা।"

"নাৰিকল।"

সেইদিন ধৰি তেওঁ নাৰিকল মুখতেই দিয়া নাই। নাপায়। অৱশ্যে মনো নাযায়। কিজানি তেওঁ ভালো নাপায়। কেৱল আগৰ জুতিটোৰেহে জিভাখন চপচপীয়াকৈ তিতি উঠে।

জবাই কয়,- "এৰিবলৈ আৰু বস্তু নাপালা ?"

"ঠিকেই কৰিছোঁতো ! ভালপোৱা বস্তুটোকে এৰিছোঁ ___।"

"ইচ্, নক'বা পাই নাৰিকল খাবলৈ এৰিলা বুলি ! সমুখতে সেই দুটা দাঁত লৈ তুমি খৰকৈ কথা ক'লেই কিবা নাৰিকল চোবাই থকা যেন লাগে ___!"

■ প্ৰান্তিক, ১ মাৰ্চ, ২০০৪



# ◘ দশভূজা ◘

ধক্ ধক্ কৰে বগা, ওখ, নীলা চকুৰ মেমজনীয়ে আজিও বলাইৰ ফালে চাই মূৰ দুপিয়াই হাঁহিলে। মৰাপাট নে ধানখেৰ-বৰণীয়া তেওঁৰ চুলি, সেয়া যেন সি আজিও ধৰিব নোৱাৰিলে। সি হাতৰ কোৰখনৰ নালৰ মূৰত কন্তেক ভেঁজা দি ৰ'ল। মেম গুচি গৈছে। তেওঁৰ প্ৰাতঃভ্ৰমণৰ খোজৰ গতি খৰ হৈছে।

মানুহগৰাকী গৈ নেদেখা হোৱাত সি খিয় হৈ থকা বোকাসোপালে চালে। আৰু পুনৰ কোৰখনেৰে আলতীয়া মাটি আৰু কুটি লোৱা ধানখেৰৰ মিশ্ৰণটো চপাই তল-ওপৰ কৰিবলৈ ধৰিলে। এক প্ৰাচীন সুগন্ধি সিবোৰৰ মাজৰ পৰা নৈপৰীয়া গাওঁখনতে যেন বিয়পি পৰিল। থপ্ থপ্ খলপ্-খলপ্‌কৈ অবিৰাম ছন্দোময় শব্দ কিছুমানো সেই সুঘ্ৰাণৰ স'তে বতাহতে উৰিবলৈ ধৰিলে।

ক'ৰবাত শেৱালি ফুলিৰ খুজিলেই সেই খবৰ বতাহে সকলোতকৈ আগেয়ে গম পায় আৰু ক'ৰবাত কহুঁৱা ফুলিলে সেই বতাহেই ধাইমাকৰ ভূমিকা লৈ কহুঁৱা নিচুকাবলৈ লাগি যায়।

আজি কিছুদিন ধৰি বলায়ে এয়া অনুভৱ কৰিবলৈ ধৰিছে। হয়, হয়, এয়া শৰতৰে আগজাননী।

সি এইবাৰ কোৰখন আঁতৰাই থৈ দুয়োভৰিৰে আলতীয়া বোকাসোপা খচিবলৈ ধৰিলে। প্ৰায় আঁঠু পৰ্যন্ত সিবোৰে তাক লেটপেট কৰি পেলায়। পিন্ধি থকা কলমাৰি কাচুটিখন দুয়োহাতেৰে ধৰি সি তলমূৰকৈ বোকা খচি গ'ল।

ক্ৰমশঃ সোণবৰণীয়া ৰ'দ আকাশ ফালি বাহিৰ হৈছে কান্ত নহ'ল, শীতল সৌকাৰে বলাইৰ শৰীৰত পুৱাৰ ৰ'দালিয়ে উখাই-মুখাই কোৰাবলৈ ধৰিলে। যাৰ ফলত ঘামি-জামি সি একপ্ৰকাৰ ক্লান্তই হৈ পৰিল। খলপ্-খলপ্‌কৈ সি বোকাৰ মাজৰ পৰা বাহিৰ হৈ এখুজি-দুখুজিকৈ কাষত কোৰখন লৈ নৈৰ পৰাতে নামি গ'ল। প্ৰথমে সি কোৰখন পানীত জুবুৰিয়াই জুবুৰিয়াই ধুলে। তাৰ পাছত সেইখন পাৰত থৈ পানীলৈ নামি গ'ল।

ঘৰত সেইদিনা শান্তি নাছিল। ওচৰতে নতুনকৈ পুৰণি মানুহে সজা ফুলকনিলে

গৈছিল। তাতে তাই তাঁত ব'ব লাগে। প্ৰথম প্ৰথম সিয়েই তাইক লৈ গৈছিল। নতুনকৈ পতা স্কুলখনত থকা তামিল-তেলেগু মানুহ দুজনমানে তাক বেৰা বান্ধিবলৈ মাতি নিছিল। গাঁৱৰ কেইবাজনো ডেকা তাতে হাজিৰা কামত ইতিমধ্যেই সোমাই পৰিছিল। সেই সুযোগ বলায়েও পালে। তেতিয়া তাৰ হাতত মূৰ্তি সজা কাম নাছিল। দিনক দিনে এনেও এই কামৰ কষ্ট অনুসৰি পাৰিশ্ৰমিক কমি আহিছিল। সেয়ে এনেই বহি থকা নাযায়। ধামধুম বেৰা বান্ধিবলৈ লাগি গৈছিল সি। কিন্তু এজাক বঢ়ো-ৰাভা ল'ৰা-ছোৱালীয়ে ইংৰাজীত সমস্বৰে গোৱা যীশুৰ বন্দনা শুনিবলৈ সি কিছু কষ্ট অনুভৱ কৰিছিল যেন ! এৰা, সদায় দুৰ্গোৎসৱৰ মহামন্ত্ৰ মহালয়াৰ চণ্ডীপাঠ আৰু ভাসনীৰ কান্দোনেৰে সমপৃক্ত জীৱন কটাই অহা তাৰ দৰে মানুহৰ বাবে এই বন্দনাৰ সুৰে এক ইতিকিংধৰ্মিতাহে বহন কৰিছিল যেন!'

তথাপি পেটৰ বাবে কাণত সোপা দি সিহঁতে হৃদয়ক ফুচুলাব লগা হয়।

বুজাই বঢ়াই শান্তিক সি নিজেই লৈ গৈছিল। স্কুল কমিটিয়ে পাঁচখন শালৰ ব্যৱস্থা কৰিছিল। পাছলৈ সেয়া আৰু বঢ়াৰোৰ কথাও সি শুনিছিল। তাৰে এখন বঙালী শালত শান্তি বহিবলৈ পাইছিল, অশেষ কাকুতি-মিনতিৰ অন্তত। সেই ক'লা-ম'লা কেঁকোৰা চুলিৰ ইংৰাজীভাষী স্নেহবান মানুহকেইজনক দেখুৱাই নেকি তাই যীচুৰ প্ৰতিমূৰ্তিলৈ চাই দীঘলীয়া নমস্কাৰ এটাও কৰিছিল।

পত্নীৰ এই কাৰ্যত বলায়ে দৃষ্টি ঘূৰাই নিছিল। কি কৰে সি ? কেৱল মূৰ্তি গঢ়িয়ে বছৰটো খাবলৈ নাটে, বছৰৰ পাছত বছৰ ধৰি বিছনাত পৰি আছে মাক। পিৰালিত বহি হাঁপানীৰ উশাহ টানি আছে গাভৰু ভনীয়েকে। নিতৌ ফলাখৰিৰে আন এজনী ভনীয়েকক খেদাখেদি কৰি আছে মদাহী ভনী-জোঁৱায়েকে। ইফালে ক'লকাতাৰ কুমাৰটুলিৰ পৰা বাপেকৰ বন্ধুও আহি আজি দুবছৰে ঘৰৰ মুখচত বহি আছেহি। ভৰ বাৰিষাৰ বাঢ়নী পানীয়ে আধাআধি খহাই পেলোৱা ঘৰ মেৰামতিৰ যন্ত্ৰণাৰ কথা বাৰু কোৱাই নেযায়। এৰা, চাৰিটাকৈ সৰু সৰু ল'ৰা-ছোৱালীৰ প্ৰয়োজনীয়তাৰ কথা যেনেকৈ বাপেকী হৈ উচ্চাৰণ কৰা নাযায়।

কি কৰে সি ? শান্তিক শালত বহুৱাই সি 'শ্ৰীদুৰ্গা মা দুৰ্গা' কৰি কৰি ঘৰ পাইছিলহি।

আজিকালি খৃষ্টান স্কুলৰ চৌহদ ওচৰ-পাজৰৰ মানুহেৰে ভৰি থাকে। এইবাৰ

বৰদিনৰ সময়তে কিবা এটা উৎসৱৰ আয়োজন কৰিছে খৃষ্টানসকলে। বিদেশৰ পৰা আহিছে দীঘল স্কাৰ্ট পিন্ধা মেম আৰু ক'লীমুখৰ চশমা পিন্ধা, সৰ্বাংগ ঢাকি ৰখা তামিল তেলুগু নান। হুড়খোলা এখন জীপত থিয় হৈ প্ৰথম দুদিনমান মেম গাঁৱৰ মাজে মাজে হাঁহিমুখে ঘূৰি ফুৰিল। সাগৰৰ নীলা বৰণ চকুত আঠালাগি ৰোৱাৰ দৰে তেওঁৰ মুখতো অহৰহ ভাললগা, বিশেষ ধৰণৰ ধুনীয়া হাঁহি এটা লিপিট খাই লাগি থৈছিল। যি ৰ'দ বলাইৰ সাতপুৰুষে জন্মৰে পৰা পাই আহিও সহ্য কৰিব নোৱাৰি গছৰ তলত উস্-আসকৈ বহিব খোজে, সেই ৰ'দকে গাত সানি ৰঙী মেম চকচকাই গাঁৱৰ মাজত ঘূৰি ফুৰে। যি ৰ'দৰ উত্তপ্তালি বেলিয়ে নিজৰ সেন্দুৰ বৰণৰ কথা দিনৰ দিনটো পাহৰি থাকে, ৰঙীমেমৰ গালত সেয়া ৰক্তজবা হৈ ফুৰে। তেওঁক দেখিলেই এক পৰম বিশ্ৰান্তিৰে বলাইৰ মন ভৰি উঠে। হয় হয়, হৃদয়েৰে হাঁহিব পৰা এনে মুখবোৰ দেখিলেই এই বিশ্ৰান্তি অনুভৱ কৰা যায়। দুৰ্গাৰ প্ৰতিমা সাজি হোৱাৰ অন্তত মহালয়াৰ দিনা প্ৰতিমাত চক্ষুদান কৰাৰ লগে লগে এই বিশ্ৰান্তিয়ে তাক, মৰি মৰি জীয়াই থকা মাকৰ কোলাত মুখ গুজিব খোজা তাহানিৰ কণমানি বলাই কৰি তোলে।

আজিও নৈপাৰৰ পৰা উভতি আহি শান্তি নথকা উকণ্ঠা পাকঘৰটোত সোমাই বলায়ে মেমগৰাকীৰ মুখখনকে ভাবি ৰ'ল। চৌকাত পানী উতলি উঠিছিল। ৰঙা চাহ এটুপি ডিঙিত পেলাই সি পিৰালিতে বহি দূৰৈৰ চাতয়না এজোপালে চাই ৰ'ল। তাত তেতিয়া এবাহ কাউৰীৰ হুলস্থূল চলি আছিল। এৰা, ক্লান্ত মানুহৰ মস্তিষ্কত এনে হুলস্থূলে তিক্ততা সনাটোৱেই স্বাভাবিক। কিন্তু বলাই নিজৰ ভাবত বিভোৰ হৈ ৰ'ল।

কোন কাহানিতে কুমাৰটুলিৰ পৰা বাপেক অসমলৈ আহিছিল। বহি গৈছিল, তেওঁ এই গাঁৱতে প্ৰতিমা সজা খনিকৰ হৈ। জমিদাৰ পৰিয়ালৰ দুৰ্গা প্ৰতিমা সাজিবলৈকে তেওঁক মাটিবাৰী দি মতাই অনা হৈছিল। তাৰ লগে লগে কালী মন্দিৰৰ প্ৰতিমা, বাৰোৱাৰী পূজাৰ প্ৰতিমা, আদিতো লাগি গৈছিল মানুহজন। কাতিক খনিকৰ বুলিলে যেন নিচিনা মানুহ নাছিল। প্ৰায় এপ্ৰিল মাহৰে পৰাই দুৰ্গা প্ৰতিমাত লাগি গ'লেও মানুহজনে এজনো যোগালী নোহোৱাকৈ গনেশ চতুৰ্থী, বিশ্বকৰ্মা, লক্ষ্মীপূজা, সৰস্বতীপূজা, কালীপূজা এইবোৰ উৎসৱৰ বাবেও সানন্দেৰে প্ৰতিমা সাজি গৈছিল। পুৱাৰ পৰা গধূলিলৈকে ঘৰৰ কামত ডুব গৈ থকা বলাইৰ মাকে ছেগবুজি ধানখেৰ কুটিবলৈ লাগিব লগা হৈছিল। কলহে কলহে নৈৰ পানী আনি আলতীয়া মাটিৰ দমত ঢালিব লাগিছিল।

খৰি লুৰিবলৈ গৈ হাবিৰ মাজত বেপাৰীয়ে দ'মাই থোৱা গছৰ টুকুৰা মূৰত তুলি আনিব লাগিছিল। কৰতেৰে কাটি গিৰিয়েকক আথে বেথে যতনাই দিছিল। অহৰহ বোকাপানী আৰু ৰঙেৰে লেও লৈ থকা মানুহটোৱে পত্নীৰ সহায়ত প্ৰসন্নৰ হাঁহি মাৰিছিল। আৰু ফলা কাঠেৰে পৰম যতনেৰে সাজি লৈছিল দেৱীৰ বেদী। তাৰপাছত ধানখেৰৰ পুঁজিৰে প্ৰতিমাৰ আকৃতি থিয় কৰাই তাত মাটিৰ লেও দিয়ে। আৰু সেয়া ৰ'দত শুকাবলৈ দি বাৰান্দাতে জিৰোৱা মানুহজনলৈ চাই বলাইৰ মাকে প্ৰতিমা থুচৰিবলৈ অহা শালিকা-কাউৰী খেদি থাকে। ...... ধীৰে ধীৰে প্ৰতিমা শুকায়, কিন্তু ফাটি ফাটি যায় মাটিৰ লেপন। এইবাৰ মানুহজনীয়ে আলটীয়া মাটি গুলী ফটাকানিৰ টোপোলা পানীত তিয়াই ফাঁটবোৰ মোহাৰিবলৈ ধৰে। এবাৰ দুবাৰকৈ কেইবাবাৰো এনেদৰে মোহৰাৰ পাছত প্ৰতিমাৰ শৰীৰ মসৃণ হৈ উঠে। তাৰ পাছত বাঁহৰ লেকেচিৰে অংগ-প্ৰত্যংগ জোৰা লগাই সাঁচত ঢলা মুখ বহুওৱা হয়। চকমাটিৰ পানী, চাবোন আৰু শিৰিষৰ পানীৰে আৰু বেছি মসৃণ কৰিহে ৰঙৰ কাম আৰম্ভ কৰা হয়। মিহি কাপোৰেৰে ঘঁহিলে এনে ৰঙৰ উজ্জ্বলতা বাঢ়ে। তাৰ পাছত অলংকাৰ আৰু কাপোৰ পিন্ধোৱা হয়। অতীজতে প্ৰতিমাৰ বাবে জমিদাৰ পৰিয়ালে গাঙেয় উপত্যকাৰ পৰা উৎকৃষ্টমানৰ আলতীয়া মাটি নাৱত বোজাই কৰি আনি কাৰ্তিক খনিকৰৰ চোতালত দ'মাই দিছিলহি। বাকচ ভৰাই আনি দিছিল ৰং-তুলিকা, কাপোৰ আৰু অলংকাৰ।

আজি আৰু সেই দিন নাই। জমিদাৰ পৰিয়ালৰ খদমদম্, কাৰ্তিক খনিকৰ সকলো মাটিত মিহলি হৈ গৈছে। আছে যদি চুবুৰীয়ে চুবুৰীয়ে প্ৰতিযোগিতামূলক পূজাৰ আড়ম্বৰ আৰু বলাইৰ দৰে শ্ৰান্ত খনিকৰৰ এটি ম্ৰিয়মান দল। হৃদয়ৰ সমস্ত আবেগ আঙুলিৰ তুলবুলনিৰে প্ৰকাশি সিহঁতে এতিয়াও প্ৰতিমা গঢ়ে। বছৰৰ পাঁচ-ছয়টা মাহৰ অক্লান্ত পৰিশ্ৰমৰ বাবত হোৱা উপাৰ্জনেৰে পেট নভৰে। সেয়ে সিহঁতে আন জীৱিকাৰ বিষয়ে ভাবিব লগাত পৰে। ভাবি নাপায় বলায়ে পূজা-উৎসৱৰ নামত লাইটৰ ইমান আশ্চৰ্যকৰ বাহাৰ, পূজা মণ্ডপৰ ইমান কাৰুকাৰ্য কৰিব পৰা কমিটিৰ মানুহে কোনখন তিতাৱে প্ৰতিমাৰ দৰদাম কৰে ? খট্‌বাজ কৰি কৰি একেবাৰে বিৰক্ত কৰিব পাৰে খনিকৰক ?

তথাপি সিহঁতে তন্ময়কৈ প্ৰতিমা গঢ়াত নিবিষ্ট হৈ পৰে। সিহঁতৰ এই একাগ্ৰতাত যেন কোনো ঐশ্বৰিক শক্তিয়েহে ক্ৰিয়া কৰি যায়। যেন গুণগুণ গুণগুণকৈ

কৰ্ণকুহৰত অনবৰত ধ্বনিত হৈ ৰয় মা মহামায়াৰ আকুল ক্ৰন্দন। সেয়ে সিহঁতৰ হাত-ভৰিৰ কুচ-কাৱাজ খৰ হয় আলতীয়া মাটিৰ মিশ্ৰণত ...।

— খোচনিৰ পৰা বিড়ি উলিয়াই ধোঁৱাৰ সুগন্ধিতহে যেন এইবাৰ বিভোৰ হৈ পৰিল বলাই। নহয় নহয়, বাপেকৰ দিনৰে চতিয়নাৰ ওপৰত অসভ্যালি কৰি থকা কাউৰীজাক নিৰ্মূল হোৱাৰ দৰে গভীৰ চিন্তাহে যেন ধোঁৱা হৈ তাৰ নাকমুখেৰে নিৰ্গত হ'বলৈ ধৰিছিল ...।

এতিয়া, এই মুহূৰ্তত যদি মেম আহি হাজিৰ হয় তাৰ পদূলিত ?

মুহূৰ্ততে দলিয়াই নেপেলাবনে সি হাতৰ বিড়ি ? নয়নতৰা আৰু গেন্দাই ফুলেৰে জকমকাই থোৱা পদূলিত শীতল মাটিৰ আলেৰে ওলাই থকা ক'লা পাৰচু এবোৰ যদি সঁচাকৈয়ে ৰয়হি ?

বিড়িটো দলিয়াই, কাচুটিখন টনাটনি কৰি তেওঁক সি আথেবেথে আদৰি নানিবনে ? হয় হয়, এনে সপোনকে দেখে সি সদায় প্ৰাতঃভ্ৰমণত ওলাই যোৱা মেমৰ পৃষ্ঠভাগলৈ চাই। বৰ আকুলভাৱে সুধিব সি তেওঁক- ক'লকাতালৈ তেওঁ যাব নেকি ? অথবা কিবা এটা ব্যৱস্থা কৰোৱাব পাৰিব নেকি ৰং-তুলিকা, কাপোৰ আৰু অলংকাৰৰ ? জুই ছাই দাম ইয়াত এইবোৰৰ, জুই ছাই দাম।

মেম অহাৰ দিন ধৰি নানান ঘটনা শুনিছে সি। সৌটো হৰিহৰ, চোৰে তাৰ সৰ্বস্ব লুটিছিল। শুনি, মেমে হাতৰ মুঠিৰ বেগ খুলি খমখমীয়া নোট গুজি দিছে তাৰ হাতত। যক্ষাত ভোগা ৰুগীয়া মাকক জীপত তুলি থৈ আহিছেগৈ টাউনৰ হস্পতালত। জলাতংক হৈ সেপ্‌সেপকৈ মৰা খানুৰ ঘৈণীয়েকক দিলে দহ টকাকৈ সি গীৰ্জাৰ খিৰিকীৰ আইনা মোহাৰিবলৈ লগাইছে। হাতত ধৰি জুললৈ নিজেই লৈ গৈছে খানু বলিয়াৰ এমা-ডিমাকেইটাক। গহৰ পৰা পৰি বিছনা লোৱা সুবোধ বনিকৰৰ ঘৰতহে তেওঁ মূঢ়া পাতি বহুসময় বহি থাকেহি। বোধকৰো টকা-সিকা দিয়াৰ উপৰি আন কিবা আশ্বাসো দিছে, সেয়া সুবোধে নজনোৱাৰ কাৰণে বাকীবোৰে নাজানে। হাতৰ পৰা পৰি ঠেং ভঙা খোৱা মাটকক তেঁৱেইহে বাহিৰৰ পৰা অনোৱাই দিছে আচৰিত ধৰণৰ নতুন ঠেং। আজিকালি খটখটকৈ সেইভাৱেৰে মাটকে কোনোবা কাহানিতে এৰি থৈ অহা জুলৰ কাহিনী শুনাই জগতখন ঘূৰি ফুৰে ...।

— কলাৱে সঁচাকৈয়ে আধাখোৱা বিড়িটো দলিয়াই গেন্দাই আৰু নয়নতৰাৰে

জকমকাই বোৱা পদূলিলৈ আগুৱাই গ'ল। ঘামি-জামি কপালৰ সেন্দূৰ নাকত পেলাই শান্তি আহি আছিল খৃষ্টান স্কুলৰ পৰা। তাইৰ খোজৰ গতি খৰ। উজুতিত ওফৰাই পেলাব যেন বাটৰ দলি চপৰা। পদূলি আহি পাই, তাই ক্ষন্তেক তাৰ চকুলৈ চাই ধা ধা ভিতৰ সোমাল।

পাছে পাছে বলায়ো। বাবীৰ নামত ঘৰৰ পাছফালে যিডোখৰ ঠাই আছে, তাত ওচৰাউচৰিকৈ থকা নাৰিকল দুজোপাৰ ফালৰ পৰা কাঠত কাঠে মৰিওৱাৰ শব্দ ভাঁহি আহিছে। বলাইৰ খোজে এইবাৰ সেইফাললৈ গতি কৰিলে। হয় হয়, চন্দন নামৰ বলাইৰ তেৰবছৰীয়া ল'ৰাটোৱে নাৰিকলৰ ছাঁতে প্ৰতিমাৰ বেদী সজাৰ যো-জা চলাইছে। কৃষ্ণবৰ্ণৰ কৃশ ল'ৰাটোৰ উদং দেহ ধেনুভিৰীয়াকৈ তললৈ দোঁ খাই পৰিছে। ট টকৈ জিলিকি উঠিছে তাৰ গুটি গুটি মেৰুদণ্ড। তাপলিমৰা হাফপেণ্টৰ তপিনাত নাৰিকল তলৰ ধূলিৰ ছাপ।

বলাই গৈ তাৰ ওচৰ পাওঁতে সি দেউতাকৰ মুখলৈ পোন হৈ চালে। কাঠৰ টুকুৰা, গঁজাল, হাতুৰি, কৰতেৰে বিশৃংখল সৰঞ্জামখিনি সামান্য একাষৰীয়াকৈ থৈ বলাই মাটিতে বহিল। বেদীখন তেতিয়াও আধা সজা হৈয়ে আছিল। সেইখন সি ঘূৰাই পকাই চাই হাতুৰি আৰু গঁজাল তুলি ল'লে হাতত। হুট্ ... হুট্ ... হুট্ ... হুট্ এক নতুন ধৰণৰ শব্দৰ আৰম্ভণি ঘটিল।

দেউতাকৰ দক্ষ হাতৰ সঞ্চালন মনপুতি চাবলৈকে ল'ৰাটোৱে মাটিতে হাতদুখন থৈ আঠুকাঢ়ি শ্বাপদৰ ভংগিমা ধৰিলে।

আজিকালি বলায়ে এই সৰু ল'ৰাটোক যোগালী হিচাবে ল'বলৈ ধৰিছে। শান্তিক কেঁকোৰা চুলিৰ তাজিল-তেলেগু খৃষ্টান স্কুলৰ শিক্ষককেইজনে ল'ৰাটোৰ কথা হেনো প্ৰায়ে সোধে। বেৰা বান্ধিবলৈ যাওঁতে ফাদাৰেও বলাইক ল'ৰাটোৰ ভবিষ্যৎ উজ্বল কৰি তোলাৰ কথা কৈছিল।

কিন্তু বলায়ে সেইবোৰত আজি পৰ্যন্ত একো গুৰুত্ব দিয়া নাই। নালাগে সি পঢ়ি-শুনি হাকিম-মুন্সিফ হ'ব, পিতৃপুৰুষৰ থনিকৰী বিদ্যাকে আয়ত্ব কৰক। বাপেকৰ একালৰ বন্ধু, ক'লকাতাৰ কুমাৰটুলিৰ পৰা অহা আলহীৰ লগতে পাৰিলে পঠিয়াই দিয়াৰ বিষয়েহে ভাবে সি। ক'ব খোজে, বা, অসমত এই বিদ্যা, এই শিল্পত ধন-বিত নাই। আলৈকে যা। বাপেৰ-ককাৰৰ শিল্পক জীয়াই ৰাখগৈ ...।

বাকী তিনিটা সক। দহবছৰীয়া ছোৱালীজনীয়ে সক দুটাক চোৱা চিতা কৰে। ঘৰত মাক নথকাৰ সময়ত আইতাকৰ মুখত পানী এটোপা দিয়াত, পেহীয়েকৰ পিঠি মোহৰাত ব্যস্ত হৈ থাকে তাই।

কোন যাব স্কুললৈ ?

শ্ৰীদুৰ্গা-মা দুৰ্গাৰ নামেৰে বুকু ভৰি থকা এইঘৰৰ সন্তানে যীচুৰ প্ৰাৰ্থনা গাবলৈ নাযায়। অন্ততঃ বলাই জীয়াই থকা পৰ্যন্ত ...। কিন্তু শান্তি ? উস, সদায় জনায় নেকি তাই যীচুলৈ দীঘলীয়া নমস্কাৰ ? মা দুৰ্গাৰ চৰণত পুৰাতেই বন্তি জ্বলোৱা হাত দুখনেৰেই ?

বেদীৰ কাম ইতিমধ্যে শেষ হৈ আহিছিল। শেষৰ গঁজালটোত মাৰিবলগা হাতুৰিৰ টোকৰ হঠাৎ বলাইৰ আঙুলিতে পৰিলগৈ।

ক্ষন্তেকলৈ বৈ গ'ল সি। কিন্তু পাছমুহূৰ্ততে পুনৰ ধুমুৰ-ধামাৰ হাতুৰি মাৰিবলৈ ধৰিলে। নাই নাই, সি পাপত ডুবিব নোখোজে। এৰা, কিয় ল'ব, কিয় ল'ব সি মেমৰ অনুগ্ৰহ ? সাত সাগৰ তেৰ নদীৰ পৰা অহা বিধৰ্মীয়ে যতনাই দিয়া ৰং-তুলিকা, কাপোৰ-অলংকাৰলৈ কিয় লোভ কৰিব সি ? এই যে বেদী, ইয়াতেইতো এতিয়া গঢ়ি উঠিব প্ৰতিমাৰ অবয়ৱ। অসীম যতনেৰে সি তাত ৰং বোলাব, বস্ত্ৰ-অলংকাৰ পিন্ধাব। প্ৰত্যেক বছৰৰ দৰেই কেঞাৰ পৰা ধাৰ লোৱা টকাৰেই সেয়া কিনিবলৈকো ইমান অক্ষমনে সি ? ... নাই নাইকে নিজৰ আত্মানিতেই মূৰটো জোকাৰিলে বলায়ে।

হঠাৎ পদূলিৰ মূৰত সৃষ্টি হোৱা ল'ৰা-ছোৱালীৰ চিঞৰ-বাখৰে বলাইৰ ভাবত যতি পেলালে। গিৰিপকৈ উঠি, ইমানপৰে মাটিত আঠুকাঢ়ি বাপেকৰ কাম চাই থকা ল'ৰাটোও দৌৰ মাৰিলে।

ধীৰে ধীৰে বলাইও আগচোতাললৈ ওলাই আহিল। নাতিদূৰৈৰ পদূলিত এজাক নাঙঠপ্ৰায় শিশুৰ চক্ৰবেহত সোমাই আছে মেম। হাতত তেওঁ টফিৰ পেকেট। আটাইসোপা ল'ৰা-ছোৱালীৰ জঁপিয়াজঁপিত হাঁহিমুখীয়া মানুহজনী উৎফুল্ল হৈ উঠিছে।

... এটা সময়ত তেওঁ টফিৰ শূন্য পেকেট জোকাৰি দেখুওৱাতহে ল'ৰা-ছোৱালীজাক বেনি-তেনি আঁতৰি গ'ল।

বলায়ে মাটিলৈ চালে। ব'ত শেৱালি ফুলে মা-দুৰ্গাৰ বাবে দলিচা পাৰি ৰাখে, পদূলিৰ সেই বিশেষ ঠাইতে বলাইৰ চকু গ'ল। এৰা, সেই ঠাইতে ক'লা চিকচিকীয়া

পামচু পিন্ধি মেম বৈ আছে।

মুহূর্ততে সি পাকঘৰৰ কেৰাহিত চন্‌চনাই শব্দ তুলি থকা শান্তিৰ ওচৰ পালেগৈ। আৰু দুয়োৰে চকুত চকু পৰোতে সি পদুলিৰ ফালে ইংগিত দি তাইক বাহিৰলৈ উঠাই পঠিয়ালে।

কেৰাহিখনত বকবকাই কিবা আঞ্জা উতলি আছিল। টেকেলি এটাৰ পৰা পানী এবাটি বাকী লৈ সি চৌকাৰ ওচৰৰ পীৰাখনতে বহি পৰিল। ঘৰৰ বাহিৰত টফিৰ বাবে খোৱা-কামোৰা লগোৱা ল'ৰা-ছোৱালীকেইটাক ডবিয়াই উঠিছে শান্তিয়ে ....।

চৌকাৰ বুকুৰ হালধীয়া-সুমথিৰা অগ্নি শিখাবোৰ যেন ক্ৰমশঃ যেন বেছি কৰ্ক হৈ আহিছিল। বলাই উঠি থিয় হ'ল। বেৰৰ ডোলডালৰ পৰা আটাইতকৈ ভাল কামিজটো টানি আনি গাত সুমুৱাই, কেনিও নোচোৱাকৈ হন্‌হনাই খোজ পেলালে সি কেঞাৰ দোকানলৈ ....।

.... পদুলিৰ নুফুলা শেৱালিজোপাৰ তলত কিন্তু তেতিয়াও হাঁহিমুখে বৈ আছিল স্নেহময়ী মেম ....।

■ জনমভূমি, শাৰদীয় বিশেষ সংখ্যা, ২০০৩



# প্ৰতীতি

গেটৰ বাহিৰৰ সৰু পুলটোতে বৰুৱানী বহি আছিল। এমূৰ শুভ্ৰ চুলিৰ মাজত আজিও তেওঁৰ সেওঁতাত সেন্দূৰ। কপালত ফোঁট। নিৰ্বিকাৰ হৈ বহি আছে কিন্তু এগৰাকী বিধৱাৰ ঔদাস্যৰে।

বাটৰ সিপাৰে কোনোবাই কিনি এনেই পেলাই থোৱা মুকলিডোখৰত চুবুৰীৰ চেঙেলীয়াজাকৰ দুৰন্ত ক্ৰিকেট। বেলি পৰিবৰ সময় এতিয়া। সোণবৰণীয়া ৰ'দ আহি বৰুৱানীৰ চুলিত চমক তুলিছিল কি নৌ, বাটেদি যোৱা কোনোবা এটাই আগবাঢ়ি আহি তেওঁৰ হাতত ধৰিলেহি। তললৈ হালি তেওঁৰ চকুত চকু থৈ ক'লে—ব'লক আইতা, ভিতৰলৈ ব'লক।

তেওঁ লৰচৰেই নকৰিলে। ল'ৰাটোৰ চকুলৈ নিৰ্বিকাৰ দৃষ্টিৰে এপলক চালে। আৰু লাহেকৈ হাতখন এবাৰ মূৰৰ চুলি ঠিক কৰিলে। যেন তেওঁৰ সমুখত কোনোৱেই নাই, তেনেকৈয়ে বহু দূৰলৈ চাই ৰ'ল।

ল'ৰাটো ক্ষন্তেকলৈ তথা লাগিল। পাচমুহূৰ্ততে সি পুলত আঁউজাই থোৱা মোনাখন সামৰি পোনবাটে গুছি গ'ল।

বৰুৱানী বহিয়েই ৰ'ল।

পিন্ধনত তেওঁৰ ৰঙীন ৰিহা-মেখেলা। ভৰিত ওখ চেণ্ডেল; তেওঁৰ ভৰিৰ জোখতকৈ যথেষ্ট ডাঙৰ আকৃতিৰ সোলোক-ঢোলোক চেণ্ডেল।

তেনে চেণ্ডেল আজিকালিৰ মহিলাৰ ভৰিত সততকাই দেখা নাযায়। বহুবছৰ পাৰ হৈ গৈছে তেনে ওখ চেণ্ডেল পিন্ধিবলৈ এৰাৰ। এৰা, আওপুৰণি হৈ গৈছে তাৰ ডিজাইন। অথচ তেনে চেণ্ডলকে পিন্ধিছে বৰুৱানীয়ে। আজি বুলি নহয়, প্ৰায়ে পিন্ধে তেওঁ।——এসময়ত বাপুৱে পিন্ধিছিল সেইযোৰ। খুৰাক-খুৰীয়েকৰ লগত থাকি টাউনৰ কলেজত পঢ়িবলৈ আহিছিল তাই। তেলসনা চুলিৰে এডাল দীঘল বেণী গুঠা নিয়াখিত মুখেৰে বাপু এজনী সাধাৰণ ছোৱালী। বৰুৱাহঁতৰ দুয়োজনী ছোৱালীয়েই তেতিয়ালৈ নিজা নিজা সংসাৰ পাতি বহিছিল। ঘৰত মানুহ বুলিবলৈ আছিল কেৱল পো-বোৱাৰীৰ স'তে বৰুৱা-বৰুৱানী।

গাঁৱৰ ঘৰৰ পৰা বকৰাই নিজে লৈ আহিছিলগে বাণুক। সক ককায়েকৰ নুমলীয়া জী তাই। পঢ়াত মেধা, কামত পটু, নিমাখিত ছোৱালীজনীক সকলোৱে আগ্ৰহেৰে আদৰিছিল। কলেজলৈ নিয়মিত আহ-যাহ কৰিছিল তাই। খুৰীয়েকৰ স'তে তৰকাৰী কুটিছিল, বৈন্নেকৰ স'তে ফুচফুচীয়া মেল মাৰি খিট্‌খিটাই হাঁহিছিল....।

এটা সময়ত সেইখন ঘৰৰ পৰাই তাইৰ বিয়া হৈ গৈছিল। সৌ সিদিনাৰহে কথা যেন ! ঘৰখনৰ একমাত্ৰ পো-নাতি দেবুৰ উপনয়নৰ পাচতে সেই বিয়া হৈছিল। তাৰপচত এদিন দেবুক মাউৰা কৰি মাক-বাপেক হালেই সিফলীয়া হৈছিল। বৰ ভয়ানক দুৰ্ঘটনা আছিল সেইটো। অকমানি, মৰম লগা ফিয়েটখন চিধাই ট্ৰাকৰ তলত সোমাই চেপেটা হৈ গৈছিল। হাড়-মূৰ গুৰি হৈ, তেজে তুমৰলি দি গাড়ীৰে স'তে চেপেটা লগা মানুহহালক চিনিব নোৱাৰা অৱস্থা। সাজপোছাকেৰে মেৰখাই বোৱা দুডোখৰ তেজে লথপ্‌থপ্ মাংসপিণ্ড ! চেপেটা লগা গাড়ীৰ ভিতৰৰ পৰা টানি-আঁজুৰি বাহিৰ কৰি চিধাই ঢাকি পেলোৱা হৈছিল বগা চাদৰেৰে। হয় হয়, কেৱল বগাচাদৰেৰে ঢকা মানুহৰ অৱয়ৱ দুটিকে মা-দেউতা বুলি সেৱা কৰি দেবুৱে হাতত তুলি লৈছিল মুখাগ্নিৰ জোৰ !

বহুবছৰ পাৰ হৈ গৈছে সেই ভয়ংকৰ অনাহুত দিনৰ। বহুবছৰ। তথাপি এনে লাগে যেন সৌ সিদিনাৰহে ঘটনা, সৌ সিদিনাৰ !

আহ্ ! কেনেকৈ শিঁয়ৰি উঠে শৰীৰৰ প্ৰতিডাল নোম !

বাণু সন্তানহীনা। তথাপি তাইৰ দৰে ছোৱালী এজনীক বন্ধ্যা বুলি ভাবিবলৈ যেন কিছু কষ্ট হয়। দুৰ্ঘটনাটোৰ পাচত বহুদিনৰ কাৰণে আহি আহি তাই দেবুক সামৰি ধৰিছিলহি। সামৰি ধৰিছিলহি খুৰাক-খুৰীয়েকৰ বিমৰ্ষ দিন আৰু নিদ্ৰাহীন ৰাতিবোৰকো...।

তেনেকুৱাতে তাইৰ ভৰি ভাগিছিল। পো-বোৱাৰীৰ মৃত্যুৰ পাচৰ পৰাই জলকা লাগি ষ'তে-ত'তে বহি থকা খুৰীয়েকৰ প্ৰজেক্টটো কথা মনত নথকাটো যেন এটা অভ্যাসেই হৈ পৰিছিল। সেয়ে খুৰীয়েকৰ ঠাইত থিয় দিব লগা হৈছিল তাই...। সেইদিনা পাৰাবে এঘৰত এটা খোৱাখুবীৰ ভোজ আছিল। নাই নাই, বকৰা-বকৰানীয়ে তেনে নিমন্ত্ৰণৰ প্ৰতি আগ্ৰহ দেখুৱালেও সেই আনন্দৰ ভাগী হ'ব নোখোজে যেন ! তেওঁলোক নাযায়।

দেবু ওলাল। কলেজত পঢ়ি থকা নতুন যুগৰ মানুহ সি। পৰিপাটীকৈ পোছাক পিন্ধাত গুৰুত্ব দিয়ে। বাণুৰ কোঠাৰ দুৱাৰমুখৰ পৰাই চিঞৰিয়ালে সি-

: পেহী !

: গৈছো ৰ'।

: অকমান ভালকৈ ওলাবি।

এৰা, ৰাণু ভালকৈয়ে ওলাইছিল। নগৰীয়া দৰালৈ বিয়া হোৱাৰ দিনৰে পৰা তাইৰ চুলি ক্ৰমশঃ চুটি হৈ আহিব ধৰিছে। মুখৰ প্ৰশান্ত হাঁহিৰ স'তে যেন মাৰি শৰীৰতো আহি পৰিছে মাখন কোমল স্বচ্ছতা।

ৰাণু পৰিপাটী হৈয়ে কোঠাৰ পৰা বাহিৰ ওলাল। খৰখেদাকৈ দেখুৱালে চাই ক'লে : ব'ল।

: বাহ্ !

: কেনে দেখিছ ?

: জবাব নাই পেহী তোৰ। ধৰিবই নোৱাৰি অয়েই এইজনী বুলি...।

: ইহ্ !

: অঁ। যথেষ্ট ওখ দেখিছে তোক...।

: এইপাত চা'।

তাই ভবি এখন দাঙি দেখুৱাইছিলহে তাক, হঠাৎ সেই ওখ চেণ্ডেলযোৰত নিজৰ ভাৰসাম্য বজাই ৰাখিব নোৱাৰি তাই লুটি খাই পৰিল।

হয় হয় তেতিয়াই ৰাণুৰ ভৰিখন ভাগিছিল।

ডেৰ কিলোমিটাৰ দূৰৈৰ পৰা ঢপলিয়াই আহিছিল তাইৰ মানুহজন। আৰু ডাংকোলাকৈ গাড়ীত তুলি লৈ গুচি গৈছিল। সেই তেতিয়াই পিচ ৰাস্তাৰ এচুকৰ পেলনীয়া যেন অথচ কেতিয়াবাকৈ কামত আহিব পাৰে বুলি গাপ দি ৰখা লাম-লাকটুবোৰৰ দ'মটোত ৰাণুৰ ওখ চেণ্ডেলযোৰ হামখুৰি খাই পৰিছিলগৈ। ... পৰিয়েই বৈছিল সেইবোৰ আত...।

ভগা হাড় জোৰা লগাই ৰাণু পুনৰ আহিবলৈ ধৰিছিল সেই ঘৰখনলৈ, মানুহবোৰৰ কাষলৈ। পুনৰ গচকিছিল তাই সেই ঠাই, য'ত ভাৰসাম্য হেৰুৱাই ভৰিখন ভাগিছিল। কিন্তু তাই ভুলতো সেই চেণ্ডেলযোৰৰ খবৰ লোৱা নাছিল। কোনেও এবাৰো জনোৱাও নাছিল। কি উজ্বলা উৎসৱ, কি ম্ৰিয়মান শ্ৰাদ্ধ সকলোবোৰ অনুষ্ঠানতে তাই সমান গোৰোহাৰ চেণ্ডেলকে পিন্ধি ব'ল।

এৰা, ব'দে-বৰষুণে ভেকেঁৰি সেই ওখ চেণ্ডেলযোৰ পেলনীয়াৰ দ'মটোতে মুখ

গুজি নিশ্চুপ হৈ পৰি ৰ'ল। কিমান ধুমুহা পাৰ হৈ গ'ল ঘৰখনৰ বাহিৰে-ভিতৰে, থকা-সৰকা কৰি গ'ল মানুহকেইটাক, তথাপি সেই স্তূপটো একেধৰণেই পৰিত্যক্ত হৈয়ে ৰ'ল।

বকৰাৰ মৃত্যু ঘটিছিল। উচ্চ ৰক্তচাপেৰে পীড়িত, পুত্ৰশোকে হৃদয় পুৰি পেলোৱা বকৰাৰ এদিন মৃত্যু ঘটিছিল। চাকৰিৰ পৰা অৱসৰ লোৱাৰ দহ-বাৰবছৰৰ পাচত হোৱা সেই মৃত্যু নগৰখনৰ বাবে যেন সাধাৰণ ঘটনা আছিল।

কিন্তু সাধাৰণ ঘটনা নাছিল বকৰানীৰ বাবে। পুত্ৰ-বোৱাৰীৰ অকাল মৃত্যুৰ পাচৰে পৰা তেওঁ যেন কিছু অন্যমনস্ক হৈ পৰিছিল। বহাতে বহি থাকে, কোৱাকে কৈ থাকে, কৰাকে- কৰি থাকে....। বকৰাৰ বাবে ঘৰখনত একপ্ৰকাৰ হাহাকাৰেই লাগি পৰিছিল। জী-জোঁৱায়ে আথেবেথে মানুহগৰাকীক ডাক্তৰৰ কাষলৈ লৈ গৈছিল। ডাক্তৰে পৰামৰ্শ দিছিল নিউৰ'লজিষ্টৰ ওচৰলৈ নিবলৈ।

ডিমেনচিয়া ডিজিজ !

এৰা, এলজিমাৰ ৰোগত ভুগিবলৈ ধৰিলে বকৰানীয়ে। ক্ৰমশঃ তেওঁ আপোনজনৰ মৃত্যু শোক যেন পাহৰি যাবলৈ ধৰিলে । ইমানেই পাহৰিবলৈ ধৰিলে যে চোতালত ঢাকি ৰখা বকৰাৰ মৃত শৰীৰৰ ভৰি এখনৰ বুঢ়া আঙুলিত কপাল ঘঁহি যে এদিন তেওঁ সেন্দূৰৰ ফোঁটটি মোহাৰি পেলাইছিল, সেই কথাও পাহৰি গ'ল।

বি এছ চি পাছ কৰি ঘৰ এৰি এখোজো লৰিব নোৱাৰা দেবুৱে পিতৃপুৰুষৰ সঞ্চিত ধনেৰে এখন ফাৰ্মাচী খুলি বহিল। এখন বাছ কিনিলে আৰু পাহাৰতলীৰ মাটিত গছে-বৃৰে লহপহীয়া পাম খুলি ব্যৱসায়ত ব্যস্ত হৈ পৰিল। ঘৰত এহাল মানুহ ৰাখিলে। তিৰোতাজনী অহৰহ বকৰানীৰ সেৱাতে লাগি ৰ'ল। আৰু মানুহটোৱে গৃহিনীৰ দৰেই ঘৰখন চম্ভালি ল'লে।

: আৰু কিমান দিন ৰ'বি দেবু ? শ্মিতাক সোধ, কেতিয়া বহিব তাই বিয়াত ?

বাৰে বাৰে দেবুক পৰিয়ালৰ মানুহবোৰে খুটুৰিবলৈ ধৰিছিল। বকৰানীৰতো খবৰেই নাই। সি তেওঁৰ কাষ চাপিলে তেওঁ ষোড়শী গাভৰুৰ দৰে লাজ কৰে। দুহাতেৰে মুখ ঢাকে-

: ইছ্ কনফাইজেড, এনেকৈ নাচাব'না মোৰ মুখলৈ _।

দেবুৰ চকু ভৰি উঠে। একেঠৰে চাই ৰয় আইতাকলৈ। সৰুকালৰ প্ৰতিটো দিনৰ, আইতাকৰ স'তে নিবিড় হোৱা প্ৰতিখন ছবিয়েই মনচকুৰ সন্মুখেৰে এখন এখনকৈ

পাৰ হৈ যায় ...।

দুচকু ভৰি উঠে তাৰ ।

যিজনী আইতাকৰ হাতত সি জন্ম লভিলে, যাৰ আঙুলিত ধৰি পৃথিৱীত ভৰি পেলাবলৈ শিকিলে, কৈশোৰৰ প্ৰতিটো অপৰাধ ঢাকি ৰাখিলে যাৰ আঁচলে, মাক-দেউতাকৰ শূন্যতা যাৰ মুখলৈ চায়ে সি সহ্য কৰি গৈছে, এতিয়া সেইজনী মানুহেই নিজকে তাৰ প্ৰেয়সী বুলি ভাবে। প্ৰেমিকা হৈ আব্দাৰ ধৰে, অভিমান কৰে, সাজি কাচি লাজুক-লাজুক ভংগিমাৰে ৰৈ থাকে তাৰ মুখলৈ চাই !

সম্ভৱ নে এয়া ?

সম্ভৱ নে এনে দৃশ্য সহ্য কৰা ?

দীৰ্ঘশ্বাস এৰি দেবু আইতাকৰ কোঠাৰ পৰা ওলাই আহে। কাম কৰা তিৰোতাজনীক ৰিঙিয়াই মাতে;-

ঃ আইতাক ফুচুলাই ৰঙা শাৰীখন সলাই দিয়া। কিমানবাৰ কৈছো মই তোমাক, আইতাৰ আলনাত মেখেলা-চাদৰবোৰ সজাই ৰাখিবা বুলি ...।

নিৰুপায় চাৱনিৰে তিৰোতাজনীয়ে আইতাকৰ কোঠালৈ চায়। এটা পুৰণিসুৰীয়া বিহুগীতৰ কলিৰ গুণগুণনি ভাহি আহে সেই কোঠাৰ ভিতৰৰ পৰা ...।

একপ্ৰকাৰৰ হৈ-চৈয়েই আৰম্ভ হৈ যায় ৰঙীন শাৰীক লৈ। বকৰানীৰ দুয়োজনী জী- বাণু সকলো নিৰুপায়। কোনেও পিন্ধাব নোৱাৰে তেওঁক বৈধ্যৰ ৰংহীন সাজ।

পাৰাৰে এগৰাকী আহিল এদিন। এসময়ত মন্দিৰ-নামঘৰ দৰ্শন কৰা, একেলগে বুকুৰ ভিতৰখন উদঙাই সুখ-দুখ ভগাই লোৱা বকৰানীৰ প্ৰতিবেশী। তেওঁ আহি সেইদিনা নিৰুপায় মুখেৰে বকৰানীৰ বেহ-ৰূপ চাই বিষণ্ণবদনে ঘৰমুৱা নহ'ল। তেওঁ বকৰানীৰ হাতত ধৰিলে-ক'লে-

ঃ আহকচোন বাইদেউ, কিবা এটা চাওকহি।

বকৰানী সুৰসুৰকৈ উঠি গ'ল।

মানুহগৰাকীয়ে তেওঁক নি একেবাৰে ড্ৰয়িংৰুমত বকাই থোৱা বকৰাৰ বিশালাকৃতিৰ ফটোখনৰ সন্মুখতে থিয় কৰাই দিলেগৈ। বকৰানীয়ে লাহেকৈ সুধিলে

ঃ কোন বা ?

ঃ চিনি পাব বাইদেউ, ভালদৰে চাওকচোন ...। বকৰানী তথা লাগি ৰ'ল।

ঃ এয়া আপোনাৰ স্বামী বাইদেউ ...।

: কোন ??

: আপোনাৰ মানুহজন।

: ইচ্ বিয়া হোৱাই নাই মোৰ।

: হ'ল নহয়, বাইদেউ, ....।

: কেতিয়া ??

: আপুনি শুই থাকোতেই .... ।

: অঁ। ...ৰৰ বুঢ়া দৰা ... ৰৰ বুঢ়া .. ।

: নহয় নহয়, ফটোতহে এনে দেখিছে। বৰ সুন্দৰ পুৰুষ। এই এৰিযাটোৰ আটাইবোৰ স্কুল পৰিদৰ্শন কৰে ।

: ... এতিয়া ক'ত ??

: কি কওঁ বাইদেউ ?

: কাওকচোন কওক। কওক, কওক ।

: তেওঁ ঢুকাইছে .....।

ঠাচ্‌কৈ এক পূৰ্ণাহুতীয়া চৰ পৰিল মানুহগৰাকীৰ গালত। বোৱাতে বৈ গ'ল তেওঁ। বোৱাতে বৈ গ'ল। আৰু উচাৎ মাৰি আহিল বৰুৱানী গেটৰ কাষৰ পুলাৰে .. ।

সন্ধ্যা দেবুৰ সমুখত তেওঁ উবাই-ঘূৰাই কান্দিলে। সি আকোঁৱালি ধৰি বহুপৰ থৰ হৈ ৰ'ল।

বাপু আহিল। তাই সান্ত্বনা দিলে বৰুৱানীক। অফিচৰ কামত দূৰলৈ যোৱা বৰুৱা এদিন আবেলি উভতি অহাৰ আশ্বাস দিলে।

চকুপানী আৰু হাঁহিৰে বৰুৱানীৰ মুখলৈ তেতিয়া চাব নোৱাৰা অৱস্থা ...। কোঠাৰ এচুকত বৈ থকা দেবুৰ বুকু থৰফৰাই উঠিল। বাপুৱে তাক শিশুৰ দৰে হাতত ধৰি বাহিৰলৈ উলিয়াই লৈ গ'ল।

: শ্বিতাইতৰ ঘৰলৈ পেহাৰে মৰে যাম নেকি ?- আথেবেথে সুধিলে তাই দেবুক।

এৰা; এনেকৈ, ইমান অকলশৰীয়াকৈ এৰা নাযায় এই ল'ৰাটোক।

আকৌ সুধিলে তাই-

: যাওঁ নেকি ?

: এতিয়া নালাগে ৰ'। তাই ফাইনেলটো দিয়ক।

: কেতিয়া ফাইনেল ?

: অহা পোন্ধৰ তাৰিখৰ পৰা।

দেবুহঁত বাস কৰা সক নগৰখনৰ পৰা এশ বিশ কিলোমিটাৰ দূৰৈৰ আন এখন চহৰত বাস কৰে দেবুৰ প্ৰেয়সী স্মিতা।

ফাৰ্মাচীখনৰ বাবে ড্ৰাগ ইন্সপেক্টৰ এজনৰ ঘৰলৈ আহ-যাহ কৰোতে দেবুৱে তেওঁৰ ছোৱালীজনীক দেখা পাইছিল। তাৰপাচত সিহঁতৰ চিনাকী হৈছিল। আৰু কিবা এক অদৃশ্য, মায়াময় মোহচ্ছন্নতাত বান্ধ খাই পৰিছিল দুয়ো।

তেতিয়া তাৰ ককাক জীয়াই আছিল। ড্ৰাগ ইন্সপেক্টৰৰ পৰা লাইচেন্স লৈ সি ফাৰ্মাচী খুলি বহিছিলহিহে, ভালপোৱা ছোৱালীজনীক লৈ দেউতাক এশ বিশ কিলোমিটাৰ দূৰৈৰ চহৰখনলৈ বদলি হৈ গুচি গৈছিল।

ক্ৰমশঃ কথাটো বিয়পি পৰিছিল। ককাকৰ কাণতো পৰিছিলগৈ। তেওঁৰ খুব হেঁপাহ আছিল তাৰ বিয়াখনলৈ, তাৰ সংসাৰ এখন পাতি দিবলৈ ।

আৰু আইতাকৰ ?

এৰা, তেৱোঁ শুনিছিল এই কথা। আঁৰ চকুৰে নাতিলৈ চাই মিচিকিয়া হাঁহি মাৰিছিল। বৰ প্ৰশ্ৰয়ৰ হাঁহি আছিল সেইটো।

সেই এটা, এটা মাত্ৰ প্ৰশ্ৰয়ৰ হাঁহিৰেই তেওঁ যেন সেই স্নেহ বন্ধনত এখন আঁৰ কাপোৰ টানি দিছিল। শেষ অংকৰ স্ক্ৰীণ পেলাই দিছিল। তাৰপাচৰ পৰাই ক্ৰমশঃ সকলো পাহৰি পেলাইছিল তেওঁ। সকলো। দেবু যেন তেওঁতকৈ কেৱল বয়সতে ডাঙৰ নহয়, জ্ঞান আৰু অভিজ্ঞতাৰেও সি বহুখিনি আগবঢ়া। প্ৰায়ে কৰা যোড়শীৰ আচৰণেৰে তেওঁ তাক একেবাৰে প্ৰস্তৰ খণ্ড বনাই পেলাইছিল। নীৰৱ-নিস্চল প্ৰস্তৰ খণ্ড।

এৰা; ৰোগে খুলি খুলি খাইছিল বকত্ৰানীক। কেৱল এটা শৰীৰৰ ভোক-তৃষ্ণা আৰু নিদ্ৰাৰেহে তেওঁ বকত্ৰানী হৈ ৰৈছিল।

নাই নাই, ভুলতো কোনেও তেওঁক উন্মাদ বোলা নাছিল। সকলোৱে আজিৰ মানুহজনীৰ তুলনাত সৌ সিদিনাৰ নম্ৰ-সাধবী মানুহজনীক খেপিয়াই ফুৰিছিল।

হায়ৰাণ হৈ পৰিছিল দেবু। দুদিনৰ পাচতে স্মিতা আহিব এইখন ঘৰলৈ। কি কৰিব সি আইতাকক ? তেওঁক এৰি আন ক'তো থাকিবলৈতো নোৱাৰেই, তেওঁকো বাপু বা আনৰ ঘৰলৈ পঠিয়াই দিয়াৰ কথা ভাবিব নোৱাৰে।

এবাৰ বাপুৱে একপ্ৰকাৰ জোৰ কৰিয়েই খুৰীয়েকক লৈ গৈছিল। সক ছোৱালীয়ে

থাক-মণি বিচাৰি হাবাথুৰি খোৱাৰ দৰে খুৰীয়েক উত্তাৰুল হৈ উঠিছিল বাণুৰ ড্ৰেচিং টেবুল দেখি। দিনৰ দিনটো তেওঁ সাজি-কাচিয়েই কটালে আৰু ক্ৰমাৎ বেলি পূৰঠ হৈ অহাৰ পৰাই ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে। নাই নাই, বাণুৰ ঘৰত থকাৰ কথা ভাবিব নোৱাৰি। গেটৰ বাহিৰত পুল নাই। য'ত সাজি-কাচি বহি অপেক্ষা কৰিব পাৰি বৰুৱাৰ আগমনলৈ ....।

উহু সঁচাকৈয়ে বৰুৱাৰ আগমনলৈকে আছিল নে সেই অপেক্ষা ? নহয় নহয় বৰুৱাৰ দৰেই কোনোবা এজনৰহে যেন ! যেন ...যেন ... দেবুৰ দৰে সুঠাম, ৰূপহ ৰাজকুমাৰ এজন অহাৰ কথা আছে কোনোবা এটা আবেলিত।

অতীষ্ঠ কৰি তুলিছিল তেওঁ বাণুক। পুৱা লৈ যোৱাৰ দৰেই তাই আকৌ ওভতাই থৈ যাবলৈ বাধ্য হৈ গৈছিল।

ঘৰৰ কোঠা আৰু গেটৰ কাষৰ পুলটোক লৈয়ে ভ্ৰমিব খোজা মানুহজনীক লৈ চিন্তিত হৈ উঠিছিল দেবু। বাণুৱে এদিন ক'লে তাকঃ স্মিতাক অকমাণ জনাই থবি দেই খুৰীৰ কথা।

দেবু উচাৎ মাৰি শুচি গ'ল। পাগল নেকি তাৰ আইতাক ? পাগল নেকি ?

নাই নাই কৰি উঠিল সি।

অসুখ হৈছে তাৰ আইতাকৰ, অসুখ হৈছে, কেৱল অসুখ। সি আৰু আইতাক, এই দুই জীৱন্ত অস্তিত্বক স্মিতাই সহজভাৱে ল'বহি লাগিব। একেবাৰে সহজভাৱে।

জোৰকৈ গাৰুত মুখ গুজি পৰি ৰ'ল সি। বন্ধ দুচকুৰ সমুখেৰে এখন এখনকৈ পাৰ হৈ গ'ল মাক-দেউতাক আৰু ককাকৰ ছবি। আৰু এই আটাইকেইখন গতিশীল ছবি গৈ য'ত থমকি ৰ'ল, অদৃশ্যজনৰ হাতৰ ঠাঁৰত ঘূৰ্ণীয়মান গতি লাভ কৰিলে, আৰু ঘূৰি ঘূৰি একাকাৰ হৈ পৰা ছবিবোৰৰ মিশ্ৰণত যি এক বৈভৱপুষ্ট ছবি প্ৰকট হ'ল, সেইখন চাবৰ কাৰণে সি আৰু জোৰকৈ চকু মুদি দিলে।

আঃ আইতাকৰে মুখৰ ছবি নহয়নে সেইখন ?

কোঠাত সোমাই এসময়ত তাৰ কাৰণে ৰন্ধীন চুৰেটাৰ গুঠি থকা আইতাকৰ ?

সি বিছনাৰ পৰা উঠি আইতাকৰ কাষত বহিলগৈ। তেওঁ সামান্য কুঁছিমুছি বহিল। চাওঁ-নাচাওঁকৈ তাৰ মুখলৈও চালে।

দেবুৱেও চালে তেওঁৰ মুখলৈ। সোতেৰো পৰা মুখখনত লাজুকীয়া হাঁহি। সি আইতাকৰ সন্মুখত মাটিতে আঁঠুকাঢ়ি বহিল। : আইতা !

: ইচ্ নহয় পাই মই আইতা।

: আইতা মই বিয়া পাতিব খোজো ...।

ইচ্ মোৰ লাজ লাগিছে ...।

: তাই খুব ভাল ছোৱালী আইতা, তোমাক-মোক খুব মৰম কৰিব, খুব ভাল ছোৱালী তাই ...।

: কোন ??

আইতাক জাণ্ডুৰ খাই উঠিল।- "কোন ??"

: স্মিতা।

: ইচ্মিতা ?

: অঁ স্মিতা। তোমাৰ এই নাতি দেবুৰ কইনা হ'ব তাই ...।

ঠাচকৈ এক পূৰ্ণহতীয়া চৰ পৰিলেহি অৰ গালত। সি গালত হাত দি মৰমীয়াল আইতাকজনীৰ আজিৰ চণ্ডীমূৰ্তি চাই ৰ'ল।

তেওঁ খপজপকৈ উঠি গ'ল। আলমাৰী খুলি কিবা বিচাৰি গোটেইখন লণ্ড-ভণ্ড কৰিলে। তাৰ পাছত বাকচ খুলি এসাজ ৰঙীন বিহা-মেখেলা উলিয়ালে। আইনাৰ মুখত গৈ সেই কাপোৰ গাত লৈ চালে আৰু মূৰত ওৰণি লৈ জোৰেৰে উকলি দি উঠিল ...।

চলং-পলংকৈ দেবু ওলাই আহিল সেই কোঠাৰ পৰা।

সেইদিনা আবেলিৰ পৰা বকবানীৰ সাজোন-কাচোন কিছু ব্যতিক্ৰম দেখা গ'ল। তেওঁৰ গাত ৰঙীন বিহা-মেখেলা। কপালত আৰু শিৰত সেন্দুৰ। হাতে কাণে অলংকোৰ আৰু ভৰিত এযোৰ সোলোক ঢোলোক ওখ চেণ্ডেল।

এৰা, পিচবাৰাণ্ডাৰ এচুকৰ পেলনীয়া যেন লগা অথচ কেতিয়াবাকে কামত আহিব পাৰে বুলি গাপ দি ৰখা লাম-লাকটুৰ দ'মটোত পৰি থকা বাপুৰ সেই চেণ্ডেলযোৰ।

চুবুৰীৰ সহানুভূতিশীলসকলে বকবানীক মৰমেৰে বুজালে তেনে চেণ্ডেলে তেওঁৰ কি ক্ষতি কৰিব পাৰে। কেনেকৈ ভাগিছিল বাপুৰ ভৰিৰ হাড়।

কিন্তু বকবানী অলৰ-অচৰ। তেওঁৰ আয়ত্ত অহা এগৰাকী ষোড়শী কইনাৰ সকলোখিনি উদ্যোগই কৰিব খোজে তেওঁ।

যথাসময়ত স্মিতাৰ স'তে দেবুৰ বিয়াৰ কথবতৰা হৈ গ'ল। প্ৰত্যেকেই বকবানীক বিভিন্ন প্ৰকাৰে বুজালে। বিয়াৰ ৰভাতলীত যে তেওঁ কইনা হৈ বহিবহি এই কথাৰ

অনুমানত ভিতৰি ভিতৰি সকলো জাগি উঠিল। দেবুৰ দুয়োজনী জেঠায়েক, জেঠপেহাক, বাণু, বাণুৰ পতি, সকলোৱে মিলি স্মিতাৰ দেউতাকক সকলো ক'লেগৈ। আন্তৰিকতাৰে বুজিলে মানুহজনে। আৰু এদিন স্মিতাৰ চহৰৰ এটা বিবাহ-ভৱনত দেবুৰ বিবাহ হৈ গ'ল। আনন্দৰে-সুকলমে। সেই কন্যা সম্প্রদানৰ মুহূৰ্ত্তটোত এবাৰলৈ হ'লেও দেবুৰ চিন্তাজগতৰ পৰা পূলত বহি অধীৰ অপেক্ষাৰে বোৱা আইতাকৰ ছবিখন উধাও হৈ গ'ল।

স্মিতাক লৈ ঘৰলৈ উভতি আহিল দেবু। যাত্ৰাপথত সি প্ৰায় অনুনয়ৰ সুৰত কৈ উঠিল তাইক-

: .. ঘৰত এতিয়া গৈয়েই আইতাক পাবা। গম পাইছাই নহয় তুমি, তেওঁ কেনেকুৱা বেমাৰত ভুগি আছে ....। নিজকে নতুন কইনাৰ দৰে সজাই ৰাখে, পাহৰি গৈছে আগৰ সব কথা ...।

স্মিতাই হাঁহিলে মাথোন, লাহেঁকৈ।

দৰা-কইনাৰ গাড়ী গৈ পদূলিত ৰোৱাৰ আগতেই আনবোৰ মানুহে হুৰাহুৰি লগাই দিলে।

এৰা, এজনী সঁচা কইনা আৰু এজনী কল্পনাৰ কইনা; দুয়োজনী নাৰী। মাখনৰ দৰে হৃদয় হ'ব পাৰে যাৰ, তেনে নাৰী। কাৰ হৃদয়ত ধাৰাল চুৰীয়ে অসহনীয় ক্ৰিয়া কৰে কি ঠিক।

মানুহবোৰে হুৰাহুৰি লগাই দিছিল। স্মিতা আজিৰ যুগৰ ছোৱালী, তাই হৃদয় সামৰিব পাৰিব। কিন্তু বকৰানী ? সাজি-কাচি ন-কইনা হৈ দেবুৰ দৰে ৰাজকুমাৰৰ অপেক্ষাত পূলত বহি বোৱা বকৰানীয়ে ?

দেবুৰ বুকুৰ ভিতৰৰ অস্থিৰতাখিনিত আইতাক ধৰফৰাই উঠিল। লাহেঁকৈ স্মিতাৰ স'তে কলৰ তলত থিয় হ'ল সি।

নাই নাই, ক'তো আইতাক নাই।

সিহঁত ভিতৰ সোমাল।

কোনোবাই স্মিতাক আদৰি কোঠালৈ লৈ যোৱাত সি কিছু মুক্তহে হ'ল যেন ' পাচবাৰাণ্ডাত থিয় হৈ সি আইতাকৰ কোঠালৈ চালে। দুৱাৰ বন্ধ।

সি চকিত হৈ উঠিল- দুৱাৰখন বন্ধ যে ! কাৰ ইমান সাহস আইতাকক এনেদৰে দুৱাৰ মাৰি সুমুৱাই ৰখাৰ।

এবেকাৰে উৰা মাৰিহে গৈ যেন সি সেই বন্ধ দুৱাৰখনত উবুৰি খাই পৰিলগৈ। কৰাঘাত কৰি উঠিল জোৰেৰে ....।

খট্‌কৈ হুক খোল খালে। বকবানীৰ সেৰাত লগোৱা তিৰোতাজনীয়ে দুৱাৰখন খুলিয়েই দুখোজ পিচুৱাই গ'ল।

আইতাক বহি আছে পালেঙৰ এচুকত। কুঁচিমুচি, এহাত দীঘল ওৰণিৰে।

দেবু থমকি ৰ'ল।

: কোন ??

আইতাকৰ মাতত সি একো উত্তৰ নিদিলে। এক্কেকোবে তেওঁ দীঘল ওৰণিখন দাঙি দিলেগৈ। আইতাকে লাজ কৰিলেঃ ইচ্‌ !

চকুদুটা মুদি দিলে সি। লাহেকৈ বহি পৰিল নিচেই কাষতে।

আইতাকে সামান্য আঁতৰিবলৈ ন-কৰিবৰ দৰে উচ্‌পিচালে। সি প্ৰচণ্ড সাহসেৰে দুবাহুত আকোঁৱালি ধৰি তেওঁৰ মুখলৈ চাই গম্ভীৰ মাতেৰে মাতিলে- "ৰম্ভেশ্বৰী !"

এটা যেন বিদ্যুৎ তৰংগৰহে সৃষ্টি হ'ল মানুহজনীৰ শৰীৰত। এক প্ৰকাৰ প্ৰায় জাঁপ মাৰিয়েই উঠিল তেওঁ ! হয় হয়, এইটো তেওঁৰ নাম ! বিস্মৃতিৰ গৰ্ভত এতিয়াও জাহি যোৱা নাই দেখুৱে জোৰেৰে, একেলেঠেই ধৰি পুনৰ উচ্চাৰিলে-

: ৰম্ভেশ্বৰী !

চকু-মুখ মেলি অবাক হৈ তাৰ মুখলৈ চালে তেওঁ, বিৰবিৰাই কৈ উঠিলঃ তুমি - তুমি - ।

: মই তোমাৰ ককাইদেউৰা, লোকনাথ ককাইদেউ, চিনি পাইছা ? চিনি পাইছা ?

: অঁ অঁ _ অঁ অঁ _।

: আজি মই যমুনাক বিয়া পাতি আহিছো আৰু তুমি ইয়াত বহি আছা ?

: যমুনা ? কোন যমুনা ?

: তোমাৰ ডাঙৰ নবৌ !

: অঁ অঁ _ অঁ অঁ _ ।

আহা, তেওঁক মাত দিয়াহি _।

টো মাৰি মানুহজনী বাহিৰ ওলাই আহিল। শিতাৰ হাতত শৰাই সজাই বাপুৱে আইতাকক সেৱা কৰোৱাবলৈ লৈ আহিছিল। দেবু আৰু বকবানীক দেখি থমকি ৰৈ গ'ল।

: নবৌ !

স্মিতাক আকোঁৱালি ধৰিলে মানুহজনীয়ে।

আটাইবোৰ মানুহে স্বস্তিৰ নিশ্বাস এৰিলে।

কিন্তু পাছমুহূৰ্ততে বিব্ৰত-অশান্ত হৈ উঠিল বৰুৱানী। সকলোৱে একমুখে সুধিলেঃ কি হৈছে ? কি ?

: তেওঁ ক'ত ? তেওঁ ??

দেবুৱে তেওঁক বাহুত ধৰি বাহিৰৰ মুকলিলৈ লৈ গ'ল। দূপৰৰ দাৰ্মগীয়া বেলিলৈ আঙুলিয়াই কৈ উঠিল-

: সৌটো যে টঁ টঁ কৈ জ্বলি আছে, সেইটো তেওঁৰ গাড়ীৰে লাইট। চৰকাৰী কামত ঘূৰিব লগা হৈছে ..।

: অঁ অঁ .. অঁ... অঁ ... নাহে ? ইয়ালৈ নাহে ?

: আহিব। এইখন চিঠি দি পঠাইছে নহয় তোমালৈ .. ..

: চাওঁ দিয়ক। দিয়ক ___ দিযক ___। কি বা লিখিছে, একোকে নামনোচোন ___।

: মই পঢ়ি শুনাও দিয়া। লিখিছে- মই সোনকালেই পামগৈ। তুমি ভালদৰে ভাত-পানী খাবা। কাকো আমনি নকৰিবা। আৰু নবৌৱেৰাৰ লগত মিলিজুলি থাকিবা ___।

: হয়নে ?

: ওঁ

বৰুৱানীয়ে ওখ চেণ্ডেলবোৰ চোঁচোৰাই পূলৰ ফালে সম্মোহিত খোজ পেলালে। আৰু দৰাৰ সাজেৰে বিষাদ-গধুৰ মন এটা লৈ চোতালত থিয় হৈ বৈ থাকিল দেবু। হাতত তাৰ খোৱাখুৰী ভোজলৈ মানুহ মতা লিষ্ট।

নন্দিনী, জুন, ২০০৩



# ❐ ইথাৰ ❐

হঠাৎ জোৰেৰে কলিংবেলটো বাজি উঠিছিল। তৰ পাছত আৰু এবাৰ। এনে সময়তে দুবাৰকৈ সাধাৰণতে ইছমাইলেহে বে'ল বজায়। আমি থকা ফ্লেটৰ ব্লাচমেন সি।

পিন্ধি থকা গাউনটোৰ বেল্ট টানকৈ নবন্ধাকৈয়ে মই চিধাই দুৱাৰ খুলিলোগৈ আৰু আগন্তুকক দেখি প্ৰায় চিঞৰিয়েই দিলো।

"আৰে ! গুৰমাইল দেখোন !"

হাতৰ ঠোঙাটো মোৰফালে আগবঢ়াই দি তেওঁ নিশব্দে হাঁহিলে। শূৱেকৰ ওচৰত জোতা খুলি থৈয়েই সুধিলে,- "ই আহিছে নেকি, বিকাশ ?"

"নাই অহা।"

"কিয় ? আজিতো মঙলবাৰ। অফ ডে'। আহিব পাৰিলেহেঁতেন ! সি আহিব বুলিয়েই মই এই দুপৰীয়াখন আহিলো _ ।"

"হ'ব আহা। ইমান ফৰ্মেলিটিজ দেখুৱাব নালাগে।"

গুৰমাইল মোৰ পিছে পিছে আহি একেবাৰে ডাইনিং টেবুলৰ ওচৰ পালেহি। চকী এখন টানি বহিল। মই হাতৰ ঠোঙাটো তাতে থৈ তেওঁৰ বাবে চুৰ্বত তৈয়াৰ কৰিবলৈ ফ্ৰিজ খুলিলোগৈ।

"চুলি কাটিলা অৰুন্ধতী ?"- বহাৰ পৰাই গুৰমাইলে বিস্তিয়ালে। মই মূৰ দুপিয়াই হাঁহিলো।

"কিয় কাটিলা ?"- গুৰমাইলে ব্যস্ত হৈয়েই সুধিলে যেন ।

"কিয় কাটিলা চুলি ? একেবাৰে ল'ৰাৰ নিচিনা লাগিছে।"

"ৰ'বা হে !"

"কিয় কাটিলা কোৱা !"

"বিকাশে বহু দিনৰ পৰাই কৈ আছিল।"

"বিকাশে কৈ আছিল ! আৰু মই ? সদায় দী'ঘল কৰাৰ কথা নকওঁনে ?"

চুৰ্বত গিলাছ আনি মই তেওঁৰ সন্মুখতে থাংকৈ থৈ কঁকালত হাত দি কৈ উঠিলো,- "বিকাশ মোৰ কি হয় ? পতি পৰম গুৰু। বুজিলা ?" গুৰুমাইলে ঘটঘটাই চুৰ্বত গিলাছ দি থ'লে।

"জানানে অৰুন্ধতী ! পাতিয়ালালৈ মনত পৰিলেই মই ইয়ালৈ গুচি আহোঁ।"

"লৈ আনিব পাৰা তেওঁলোকক !"

"চৰচ' শাক আৰু মাকৈৰ ৰুটীৰ টেষ্টলৈ মনত পৰিলেই তোমাৰ ওচৰলৈ গুচি আহোঁ।"

"হ'ব দিয়া। লাঞ্চ কৰিম আজি একেলগে। মোৰ ঘৰত অৱশ্যে তুমি আজি একো নাপাবা।"

"নেহা কেইবজাত আহে ?"

"তাই স্কুল ছুটী হয় টু ফৰটি ফাইভত। বাছ ঘূৰি-ঘূৰি আহে কাৰণে ঘৰ পাওঁতে চাৰে তিনি, চাৰি বাজি যায়।"

"তাইৰ সৈতে খাবলৈ বৈ থাকা তুমি ?"

"ওহোঁ, পুৰা ডেৰ বজাত খাই-বৈ আজৰি হৈ অকমান ৰেষ্ট লওঁ।"

"পুৱা কেইটাৰ পৰা লিখা ?"

"দহবজাৰ পৰা।"

"এতিয়া কি লিখি আছা ?"

"এতিয়া এটা নহয়, কেইবাটাও কাম কৰি আছোঁ। খাওঁতে ক'ম ৰ'বা তোমাক।"

"অৰুন্ধতী ! তুমি নিউজ পেপাৰত লিখাটো লাহে-লাহে এৰি দিয়া।"

মই অভেনত চিকেন ভৰাইছিলোহে, গুৰুমাইলৰ গম্ভীৰ কথাষাৰে মুহূৰ্ততে মোক ভবাই তুলিলে। ছুইচটো অন কৰি মই তেওঁৰ সমূখত আহি বহি পৰিলো।

'আমেৰিকাত ইমান দিন কটাই অহাৰ কাৰণেই নে কি নিউজ পেপাৰৰ প্ৰতি মোৰ ধাৰণা অলপ বেলেগ ধৰণৰ। আচলতে কি জানা অৰুন্ধতী, নিউজ পেপাৰ মানে কেৱল নিউজ পেপাৰেই হ'ব লাগে। সাহিত্য সাধনা বা সাহিত্য চৰ্চা কৰিবলৈ আনবোৰ ক্ষেত্ৰৰ ফালেহে মন দিয়া উচিত। তুমি জানানে, ভাৰতীয়ৰ দৰে তাত ৰাতিপুৱাৰ বিছনাতে নিউজ পেপাৰ পঢ়া নহয়। পলিটিকেল নিউজবোৰতো কোনো গুৰুত্বই নাই।'

"আচৰিত !"

"আচৰিত যেন লাগিলেও সঁচা কথা। আচলতে পলিটিকছে তাত সাধাৰণ নাগৰিকৰ দৈনন্দিন জীৱনত বিশেষ একো প্ৰভাৱ নেপেলায়। তেওঁলোকে বিচাৰে কেৱল পুষ্টিকৰ খাদ্য, স্বাস্থ্য ৰক্ষাৰ সুব্যৱস্থা, শিক্ষা, কৰ্মসংস্থান আৰু নিৰাপত্তা। আমাৰ ইয়াৰ

দৰে এইবোৰ তাত চৰকাৰে নিয়ন্ত্ৰণ নকৰে। ব্যক্তিগত খণ্ডইহে সকলো চম্ভালে। সেয়েহে পিলিটিকছৰ খুচুৰা খবৰত আমেৰিকানসকলৰ আগ্ৰহ নাই। তাৰ নিউজ পেপাৰত মানৱ অধিকাৰমূলক আবেগিক বাতৰি ফ্ৰণ্টপেজত প্ৰকাশ হয়। আৰু ইয়াত যে ফটা টায়াৰ জাপি আঠজনকৈ মানুহক সংকাৰ কৰাৰ বীভৎস ফটো ওলায়, তাতো সেইবোৰ এৰেকা নোপোৱা। আনকি হাস্পতালত সেবেজান দি পৰি থকা কোনো ভি আই পিৰ ফটো নেদেখা।"

"কিন্তু এইখনতো ভাৰতবৰ্ষ। তাতে অসমৰ ভাষিক সমস্যা তোমাৰ অজানা নহয়। অসমৰ সীমা পাৰ হ'লেই এই ভাষা অচল। অথচ এই ক্ষুদ্ৰ পৰিসৰত থকাকেইজনৰ মাজতে ভাষা-সাহিত্যক লৈ কিমান আঁৰিয়াঅৰি দেখিছাই। কোনেও কাকো উঠিবলৈ নিদিয়ে। মুখত প্ৰশংসা থাকিব ঠিকেই, কিন্তু তোমাৰ লিখাক যে কেনেদৰে অৱহেলা কৰিব সেয়া ভাবিবও নোৱাৰা।"

"কিবা প্ৰব্লেম হৈছে ?"

"ওঁ।"

"ড'ণ্ট ৱৰি। সঁচাকৈয়ে যদি তোমাৰ লিখাত অভিনৱত্ব আছে, শক্তি আছে, তেন্তে সি এদিন মূৰ তুলি উঠিবই ...। যোৱা অভেনটো অফ কৰি আহা।"

মই গাউনৰ বেল্টডাল টানকৈ বান্ধি লৰালৰিকৈ উঠি গ'লো। ইতিমধ্যে ঘড়ীৰ চুটি কাঁটা একত আৰু দীঘল কাঁটা ছয়ত লাগিছিলগৈ। শোৱনিকোঠাৰ, মোৰ লিখা-পঢ়া কৰা মেজৰ টেবুলঘড়ীটোৰ এলাৰ্ম বাজিবলৈ আৰম্ভ কৰিছিল। লৰালৰিকৈ মই সেইটো বন্ধ কৰি পাকঘৰত সোমালোগৈ।

দুখন থালত আমাৰ বাবে চাওমিন আৰু দুখনমান কটি টেবুলত সজালো। ফ্ৰিজত দৈ আছিল, গুৰমাইল তাঁৰহ লৈ ৰায়তা তৈয়াৰ কৰিবলৈ লাগি গ'ল। আৰু ফ্ৰুট ছালাড অলপ সাজু কৰি লৈ আমি মুখামুখিকৈ টেবুলত বহি পৰিলো।

"খোৱাৰ সময়টোৰ বাবেই তুমি ঘড়ীত এলাৰ্ম দি থোৱা, নহয়নে ?"

গুৰমাইলৰ কথাত মই মূৰ দুপিয়াই হাঁহিলো মাথোন। একো নক'লো। তেওঁ যেন কিবা এটা নতুন কথা চিন্তা কৰিবলৈহে ধৰিছে, এনে অন্তৰ্দৃষ্টিৰে মোৰফালে চাই ৰৈছিল। মই তলমূৰ কৰাৰ কথা ভাবিও তেওঁৰ ফালেই চাই ৰ'লো। এগৰাকী নাৰী আৰু এজন পুৰুষৰ মাজত যেতিয়া অন্তৰংগ সম্পৰ্ক নাথাকে, তাত যেতিয়া তিনিজনৰ কথাই গম্য কৰি উঠিব পাৰে। প্ৰেমিক, স্বামী আৰু পুৰুষবন্ধু। এই তিনিওটা সম্পৰ্ক

সুসংহতভাৱে বজাই ৰাখিবলৈ আমি প্ৰত্যেকেই গভীৰভাৱে চিন্তা কৰা উচিত। মোৰ আন্তৰিক অনুভৱত গুৰমাইল কেৱল এক পুৰুষ বন্ধুয়েই হৈ ৰৈছে। নিৰ্মল, নিষ্কলংক বন্ধুত্ব আমাৰ।

প্ৰকৃততে গুৰমাইল বিকাশৰহে বন্ধু আছিল। দুয়ো এলাহাবাদৰ নাইনি কৃষি কলেজত সহপাঠী আছিল। মোক ভালপোৱাৰ বাবেই অসমলৈ শিক্ষা সাং কৰি উভতি আহিছিল বিকাশ। আৰু চাহ বাগিছাৰ চাকৰিত মূৰটো গুঁজি লওঁ বুলি সোমাওঁতেই আজি সি ওলাব নোৱাৰা অৱস্থাত পৰিছেহি।

নেহা ! আমাৰ এক মাত্ৰ সন্তান। তাইক পঢ়ুওৱাৰ অজুহাততে আমি গুৱাহাটীত ফ্লেট কিনিব লগা হ'ল। চাকৰিৰ ইচ্ছা যে মোৰ একেবাৰে নাছিল তেনে নহয়, কিন্তু বিকাশে নিবিচাৰে। সি নিবিচাৰে যে স্কুলৰ পৰা শ্ৰান্ত-ক্লান্ত হৈ ঘৰলৈ উভতি অহা নেহা মাতৃ সান্নিধ্যৰ পৰা বঞ্চিত হওক।

এয়া হ'ল আমাৰ কথা। আৰু গুৰমাইল ? দিল্লীৰ গুৰগাঁৱৰ কিষাণ উদ্যোগত সোমোৱা এই কৃষিবিজ্ঞান পঢ়া মানুহটোৱে তাত কি কাম কৰিছিল নাজানো, কিন্তু তেওঁক কোম্পানীয়ে বহু দিন আমেৰিকাত ৰাখিছিল। আৰু ঘূৰি-পকি আহি আজি এবছৰে তেওঁ এয়া অসমত।

মই গুৰমাইলৰ মুখৰ পৰা তেওঁৰ পাগুৰিলৈ দৃষ্টি উঠাই নিলো। আজি তেওঁ হেন্নাৰঙী এটা উজ্বল পাগুৰি বান্ধিছে। দুপৰীয়াৰ ৰশ্মিত তেওঁৰ দুচকুৰ চছমাৰ সোণোৱালী ফ্ৰেম তিৰবিৰাই উঠিছিল।

"কি ভাবি আছা, খোৱা। জানানে গুৰমাইল, খোৱা কামটোত মানুহে বহু সময় লাগি থাকিব নালাগে। জুতি লৈ-লৈ খালে অৰুচিয়ে চল পায়।"

মোৰ কথাত গুৰমাইলে ভলমুৰ কৰি খোৱাত মন দিলে আৰু তেনেদৰেই তেওঁ সুধিলে,- "নক'লা যে তুমি।"

"কি ?"

"নিউজ পেপাৰত আৰু নিলিখোঁ বুলি !"

মই নিশব্দে খাবলৈ ধৰিলো। গুৰমাইলৰ এনে হেঁচা মোৰ একেবাৰে পছন্দ নহয়। ইতিমধ্যে মই খোৱা সামৰিছিলোৱেই। মোৰ পিছে-পিছে তেওঁো বেছিনলৈ উঠি আহিল। তাৰ পাছত আমি দুয়ো লগ লাগি বাচন-বৰ্তন সামৰিবলৈ ধৰিলো।

আৰু এটা সময়ত আমি আহি ড্ৰয়িংৰুমৰ ছ'ফাত বহিলোহি। পুনৰ সেই

নতুন চিন্তা উদ্রেককাৰী দৃষ্টি লৈ গুৰমাইলে মোৰ ফালে চাই ৰ'ল। মই পৰিবেশ সলাবলৈকে সুধিলো- "পাতিয়ালাত ভালনে ?
কেনে আছে তোমাৰ ৱাইফ ?"

"ঠিকে আছে।"

"ইয়ালৈ কেতিয়া আনিবা ?"

"কেনেকৈ আনিম, মা অকলশৰীয়া যে !"

"অঁ।"

"ভেকেশ্যন পিৰিয়ডত আহিম বুলি কথা দিছে মোক। পাছে দুদিনৰ বাবে আহি গুচি গ'লে বেয়াহে লাগে।"

"এৰা !"

"তোমাৰো লাগে ?"

"ওঁ।"

তাৰ পাছত প্ৰায় দহ মিনিট সময় আমি প্ৰায় নিৰৱে ৰ'লো। ৰ'লো নহয়, ৰ'বলৈ বাধ্য হৈ পৰিলো। সঁচাকৈয়ে বেয়া লাগে, বিকাশ আহি উভতি যোৱাৰ পাছত সদায় বেয়া লাগে। কিন্তু এইধৰণৰ পাতলীয়া বিষাদৰ মাজেৰেই আমি জীৱনৰ প্ৰতিটো মুহূৰ্তকে উদযাপন কৰা উচিত। হয়-হয়, উদযাপন কৰা উচিত।

সেয়েহে মই তেওঁক আগ্ৰহেৰে সুধিলো,- "কি কৈছিলা অথনি ?"

"নিউজ পেপাৰৰ বিষয়ে ?"

"ওঁ।"

"এৰি দিয়া তুমি নিউজ পেপাৰত লিখাটো। কিয় লিখা, কিয় লিখা ?"

মই ছ'কাখনত হেলান দি বহিলো। ক'লো,- "কি কৰিব লাগে তেতিয়াহ'লে ?"

"কিতাপ উলিওৱা। কিতাপত লিখা।"

গুৰমাইলৰ কথা শুনি ওঁঠৰ ওপৰেৰে মোৰ হাঁহি বাগৰি গ'ল। ক'লো,- "সেয়া ইমান সহজ নহয়।"

"মই হ'ম পাব্লিছাৰ।"

"কথা সেইটোও নহয়। কিতাপৰ সংখ্যাৰ অনুপাতত পাঠকৰ সংখ্যা কমি আহিছে। দ'ম বাদ্ধি পৰি বয় একো-একোখন উৎকৃষ্ট কিতাপ, বছৰ কি বছৰ ধৰি। অঁ বিক্ৰি হ'ব বেষ্টছেলিৰ কিতাপ, বিউটি কেয়াৰ বুক অথবা জীৱন সফলতা পোৱাৰ

দিশনির্ণায়ক কিতাপবোৰহে। আমাৰ দৰে গল্প-উপন্যাস লিখা কিতাপ উপহাৰ বুলিও কাৰো হাতত নাযায়।"

"সেয়েহে নিউজ পেপাৰত লিখা ?"

"আমাৰ নিউজ পেপাৰৰ গুৰুত্ব কিমান তুমি ভাবিব নোৱাৰিবা গুৰমাইল। চুকে-কোণে গজগজাই সোমাই গৈছে এইবোৰ। সেয়েহে ৰিডাৰশ্বিপ পাবলৈ হ'লে ইয়াত লিখিবই লাগিব।"

গুৰমাইল তাপ মাৰি বহি ৰ'ল। তেওঁৰ কপালত চিন্তাৰ অনেক ৰেখা।

"ওহোঁ, বাৰে-বাৰে চকুৰ সমুখত সেই একেটা দৃশ্যই ভাহি উঠে ; যাক মই গুচাব নোৱাৰোঁ।"

গুৰমাইল অস্পষ্ট কথাত মই উৎসুক, উৎকর্ণ হৈ উঠিলো। সুধিলো,- "কি দৃশ্য ?"

আমেৰিকাৰ ডাষ্টবিনবোৰ নিউজ পেপাৰেৰে ভৰি থকাৰ দৃশ্য। পঢ়াৰ পাছত সেইবোৰ আৰু আন একো কামত ইউজ নহয়। ভাব হয়, তোমাৰ ভাবনা-আবেগবোৰো যেন তেনেদৰে ডাষ্টবিনলৈ দলিয়াই পেলাব এদিন ইয়াৰ মানুহেও। আজি প্ৰগতিৰ জখলাত দেশে যেনেকৈ বগাইছে, বিশ্বৰ সকলো মডাৰ্ণ টেকনিক আয়ত্ব কৰিছে, প্লাষ্টিক মানি পেকেটত লৈ ষ্টুডেন্টবোৰ ঘূৰিবলৈ ধৰিছে। তেন্তে কি আশা কৰা এই মানুহবোৰৰ পৰা ? এই প্ৰগতিশীল সমাজব্যৱস্থাৰ পৰা ? সেইটো দিন মোৰ বাবে বৰ দুখৰ দিন হ'ব অৰুন্ধতী, যিদিনা ডাষ্টবিনে-ডাষ্টবিনে তোমাৰ লেখা পৰি ৰ'ব।"

"এতিয়াও তুমি ভাবা নেকি তেনে হোৱা নাই বুলি ? পঢ়ি উঠি মানুহে বন্দিৱালাক নিউজ পেপাৰবোৰ বিক্ৰি কৰি দিয়ে। মানুহে তাৰে ঠোঙা সাজে নে কুকুৰৰ কাৰণে সুবিধাজনক বিশেষ কামৰ স্থান হিচাপে ব্যৱহাৰ কৰে, সেয়াতো তুমি ধাৰণা কৰিব নোখোজা।"

মই গুৰমাইলৰ কাষলৈ উঠি গ'লো। দীঘল হু'ফাৰ আনটো মূৰতে বহি লৈ লাহেকৈ ক'লো,- "এতিয়াও মোৰ লেখা ডাষ্টবিনত পৰি থাকে গুৰমাইল। পঢ়ি উঠি মানুহেই তাত পেলাই দিয়ে। চোৱা, সেইবুলিয়েই লেখাটো তুমি পেলনীয়া বুলি ভাবিব পাৰিবানে ?' এনে বিহ্বল চিন্তাৰে মোক বিচলিত কৰি নুতুলিবা তুমি। জানানে, বহু কষ্টৰে লিখি আছোঁ মই।"

গুৰমাইলে মোৰকালে পোন হৈ চাই পঠিয়ালে। দুচকুত তেওঁৰ অপাৰ

উৎসুকতা।

তেনেতে ফোনটো বাজি উঠাত মই শোৱনিকোঠালৈ সোমাই গ'লো। বিকাশৰ ফোন। মই গুৰমাইলৈ অহাৰ কথা ক'লো। তেওঁ ফোনত গুৰমাইলক বিচাৰিলে।

মই গুৰমাইলৰ হাতত ফোনৰ বিছিভাৰটো তুলি দিওঁতেই কলিং বেলটো বাজি উঠিল। একেৰাহে দুবাৰ।

এৰা, ইছমাইল।

"কি হ'ল.?"

কিছু বিৰক্তিৰে সুধিলো তাক। যেতিয়াই-তেতিয়াই জৰ্দাপান চোবাই থকা তাৰ ভাল নলগা কাৰবাৰটোৰ কাৰণেই নেকি, তাক দেখি বিৰক্তি অনুভৱ কৰিলো।

"কেবলটো ঠিক কৰি দি যাওঁ। নেহামাইনাই স্কুলৰ পৰা আহি টিভি চাবলৈ নাপালে গধূলি মোক আকৌ দিগদাৰি কৰিব।"

মন কৰিলো কথাৰ লগে-লগে তাৰ দুচকুৰ অস্থিৰ দৃষ্টি মোৰ ঢিলা গাউনৰ বাজোনবোৰৰ ওপৰেৰে বৰ তীক্ষ্ণভাৱে বগাই ফুৰিছে। তথাপি মাতিলো তাক ভিতৰলৈ-"আহা।"

সি ভিতৰ সোমোৱাৰ পাছত দুৱাৰখন জপাই দিলো। আৰু খৰখেদাকৈ শোৱনিকোঠাৰ ফালে খোজ লৈলো। তাত টিভি থকাৰ উপৰিও ফোনটোও আছে, য'ত এতিয়া ব্যস্ত হৈ আছে বিকাশ আৰু গুৰমাইল।

শোৱনিকোঠাৰ পৰ্দাৰ এইফালে হাতৰ সামান্য সৰঞ্জামেৰে দ্বিধাগ্ৰস্তভাৱে ইছমাইল ৰৈ আছে। মই তাৰফালে চাওঁতেই সি নিম্নস্বৰেৰে কৈ উঠিল,- "ভিতৰত কোনোবা আলহী আছে হ'বপায় !"

একো উত্তৰ নিদি পৰ্দাখন ঠেলি তাৰ কাষেদিয়েই কোঠাটোলৈ সোমাই গ'লো। ফোনটো বিছনাৰ কাষৰ সৰু টিপয় এখনতে থাকে। দীঘলীয়া কথা পাতিবলৈ হ'লে বিছনাত নবহি উপায় নাই। সেয়ে নে কি গুৰমাইল বহি পৰিছিল। পাছে ভংগিমা একেবাৰে সহজ নাছিল।

কোঠাত মই সোমোৱাৰ লগে-লগে গুৰমাইলে মোৰ মুখলৈ চাই তলৰ ওঁঠটো দুটিয়াই নঞৰ্থক ভংগীত মুখটো জোকাৰি বহাৰ পৰা উঠি গ'ল। যাওঁতে ইছমাইলৰ ফালে প্ৰশ্নবোধক চাৱনি এটি দি থৈ গ'ল।

তলমূৰকৈ পৰ্দাৰ কাষত কুঁচিমুচি হৈ থকা ইছমাইল এইবাৰ কোঠাটোলৈ

সোমাই টিভিৰ ঢাকনি উদঙাই চেনেল টিপিবলৈ ধৰিলে। মই উভতি আহি ড্ৰয়িংৰুমৰ ছ'ফাত বহি বোৱা. শুৱমাইলৰ মুখলৈ চালো।

"অৰুন্ধতী লাইনটো কাট খাই গ'ল। নহ'লে তোমাক দিলোহেঁতেন। তোমাৰো বিকাশৰ সৈতে কথা পতাই নহ'ল।"

শুৱমাইলে মোৰ মুখলৈ চাই আফচোচ কৰি উঠিল। মই সহজ হাঁহিৰে কৈ থ'লো মাথোন,- "ড'ণ্ট ৱৰি। কৰিব। আকৌ কৰিব।"

"আচ্ছা, মই উঠোঁ দিয়া। তোমাৰ ৰেষ্টৰ টাইম এতিয়া। ভিতৰত মানুহ এটাও আছে।"

"বিল্ডিঙৰ ৱাচ্চমেন। টিভিৰ কেবল ঠিক কৰিবলৈ আহিছে।"

"যোৱা-যোৱা, ভিতৰলৈ যোৱা। বেডৰুমত এনেকৈ মানুহ এৰাটো ঠিক নহয়। বৰ বেয়া দিন পৰিছে। আচ্ছা, যাওঁ তেন্তে।"

"আহিবা।"

"বাই।"

"সোনকালেই আহিবা আকৌ কথা পাতিম।"

"অ' কে। ভিতৰলৈ যোৱা তুমি এতিয়া। ফ্লেটবোৰক ইমান নিৰাপদ বুলি নাভাবিবা।"

শুৱমাইল চিৰিয়েদি নামি গ'ল।

ইয়াৰ কিছুসময়ৰ পাছতে ইছমাইলো গ'লগৈ।

আৰু এইখিনিতে এটা অভাৱনীয় কাণ্ড ঘটিল। দুৱাৰৰ তলেৰে এটা লেফাফা সোমাই আহিল। নেহা স্কুলৰ পৰা আহি বেল বজোৱাত দুৱাৰখন খুলিবলৈ লৈ মই সেইটো দেখা পালো। আৰু বুটলি লৈ দুৱাৰ খুলিলো।

তাইৰ ইউনিফৰ্ম খুলি, ধুৱাই-পখলাই ভাত বাঢ়ি দিলো খাবলৈ। খোৱাত ছোৱালীজনীৰ অৰুচি বেছি। মই তাইক ফুচুলাবলৈ লাগি গ'লো,- "আজি শুৱমাইল আংকল আহিছিল নহয় !"

"কেতিয়া ?"

"দুপৰীয়া। তোমালৈ কিবা আনিছিল।"

"চাওঁ !"

"এতিয়া নহয়। পটাপট ভাত শেষ কৰা। আমি বিছনাত শুবলৈ যাওঁতে খুলি

চাম।"

"টিভিটো ঠিক হ'লনে ?"

"ওঁ।"

"ইছমাইলদাই ঠিক কৰিলে ?"

"ওঁ। তুমি খোৱা আকৌ।"

"মা, মই আজি কিন্তু কাৰ্টুন চামেই।"

"চুপচাপ ভাত খোৱাচোন।"

মই এইবাৰ টেবুলৰ পৰা বন্ধ লেফাফাটো হাতত তুলি ল'লোঁ। খুলিবলৈ বেছি যত্নৰ দৰকাৰ নহ'লেই। আঠা একেবাৰে শুকোৱাই নাছিল। লেফাফাটো খুলি যিখন কাগজ মই উলিয়াই আনিলো, দেখি খং নে অস্থিৰতাত মোৰ হাত-ভৰি ঠকঠককৈ কঁপি উঠিল।

গধূলি বিকাশৰ ফোন অহাত মই সমস্ত বিবৰি ক'লো। শুবমাইলে বিছনাত বহি ফোন বিছিভ কৰি থাকোঁতে যে ইছমাইল আহিছিল, তাৰ পাছতে এই লেফাফাটো পোৱা গ'ল এই সকলোবোৰ ক'লো।

বিকাশে কেৱল ক'লে,- "ধূৰ ! কথা হ'ল নেকি এইবোৰ ! মই তোমাক জানোতো !"

"মোকহে জানা। শুবমাইলক ? কেইটা ইছমাইলক মাতি আনি ধমকি মাৰিম ? কেইটা লেফাফাৰ ভিতৰত অহা শুবমাইল আৰু মোক লৈ আঁকা লেতেৰা ছবি নষ্ট কৰিম ? — নহয় নহয় বিকাশ, অতকৈ তুমি শুবমাইলক এনেদৰে দুপৰীয়া অহাটো বন্ধ কৰাই দিয়া।"

"ধূৎ। কিয় লাগি আছা তুমি শুবমাইলৰ পিছত ? একো কৰিব নোৱাৰে সি। পাঁচটা বছৰ কমমেট হৈ আছিল সি মোৰ। বেচেৰা ইমপ'টেন্ট মানুহ এটাৰ পিছত কিয় লাগি আছা তুমি ?"

ৰাতি টোপনি যোৱাৰ পাছতো মই ধৰফৰাই ৰ'লো। শুবমাইল, ইছমাইল আৰু বিকাশ এই তিনিজন পুৰুষৰ মাইত নিজে থিয় হ'ব খুজি বাৰে-বাৰে ধৰাশায়ী হৈ পৰিলো। আৰু অস্থিৰতাবেই অৱশেষত হাতত তুলি ল'লো ফোনৰ ৰিছিভাৰ। ডায়েল কৰিলো শুবমাইলৰ ম'বাইলৰ নম্বৰ।

"হেল্ল '।"

"হেল্ল'। গুৰমাইল, মই অৰুন্ধতীয়ে কৈছোঁ।"

"কোৱা। এনি প্ৰব্লেম ?"

"নাই, বিশেষ তেনেকুৱা একো কথা নাই।"

"কোৱাচোন বাৰু।"

"দিনত ক'বলৈ থাকি গ'ল।"

"এতিয়া কোৱা।"

"এখন নিউজ পেপাৰে মোৰ ধাৰাবাহিক ৰচনা এখন আধাতে বন্ধ কৰি দিছে।"

"কাৰণটো কি ?"

"জনোৱা নাই। আচ্ছা শুনা, আন এজনে টেলি ছিৰিয়েল এখনৰ কাৰণে লিখাই নিয়া স্ক্ৰিপ্টত নিজৰ নাম লিখাই লৈছে। এখন আলোচনীয়ে পূজাৰ সংখ্যা আলোচনীৰ কাৰণে নিয়া উপন্যাসিকা এখন হেৰুৱাই পেলাইছে, যাৰ ডুপ্লিকেট কপি বা একো তথ্যই নাই মোৰ হাতত ..। এইবোৰৰ বিৰুদ্ধে কিবা একশ্যন ল'বলৈকে বৰ অসহায় ফিল কৰিছোঁ। ভাগৰি পৰিছোঁ ...।"

"ই বিকাশে কি কয় ?"

"তেওঁক মই জনোৱাই নাই। লেবাৰৰ হাতত তেওঁলোকৰ কাষৰ বাগিচাৰ মেনেজাৰৰ খুন হৈ গৈছে। সেই লৈ বহুত টেনছন চলি আছে এৰিয়াটোত। বিকাশৰ স্বাভাৱিকতে চিন্তা বাঢ়িবই দিয়াচোন, সেয়ে তেওঁক মই জনোৱা নাই।"

"কি ভাবিছা এতিয়া ?"

"একো ভাবিব পৰা নাই। কেৱল সহ্য কৰি গৈছোঁ আৰু পৰ্যবেক্ষণ কৰি গৈছোঁ মানুহৰ ভিতৰৰ মানুহবোৰক।"

কৰ'বাত নৈশ চকীদাৰে খুব জোৰেৰে দুই কোব মাৰিছিল ওলমি থকা এখন প্ৰাচীন কাঁহত নিৰ্দোষ নিশাৰ প্ৰতি সজাগ হৈ বোৱাৰ সকীয়নিৰে।

প্ৰয়োজনতকৈ বেছি সময় ধৰি কোনৰ দুয়ো মুখত আমি নিৰৱে বৈ গৈছিলো। আৰু অহৰহ মোৰ বাবেই, মোৰ লিখাৰ দিশটোৰ বাবেই গম্ভীৰ হৈ বোৱা গুৰমাইলক 'শুভ নাইট' জনাই কোন সান্ত্বনা থ'লো।

ইমপ'টেন্ট। ই যেন এক শব্দ নহয়, এক অক্ষমতা নহয়, ভয়ংকৰভাৱে

তীব্ৰ চিপৰাং। মোৰ বুকুৰ ভিতৰৰ সাংঘাতিক সুকোমল আনুভূতিক ঠাইডোখৰত সি কুঁৰা খন্দাৰ যা-যোগাৰহে চলালে যেন !

বিছনাৰ পৰা উঠি মই ড্ৰয়িংৰুমৰ ছ'ফাত অলসভাৱে বহি পৰিলোঁহি। খিৰিকীৰ তলৰ পৰা ভাহি আহিছে ইছমাইলৰ কাহৰ শব্দ।

ছ'ফাৰ পৰা উঠি এইবাৰ মই অন্ধকাৰতে খোজকাঢ়িবলৈ ধৰিলোঁ।

মাতি আনি, নতুবা ছিৰি বগাই নামি গৈ এতিয়াই দুটা কাণতলীয়া চৰ শোধাই দিওঁগৈ নেকি ইছমাইলৰ গালত ? শুৰমাইলৰ লগত মোৰ লেতেৰা ছবি আঁকিবলৈ আহিছ ? তইঁতৰ দৰে মানুহে কল্পনাও কৰিব নোৱাৰা আমাৰ সম্পৰ্কৰ বিষয়ে ! শুনিছনে ? শুনিছনে ?

মোৰ চুটি চুলিৰ গুৰিবোৰ ঘামি উঠিল। দুৱাৰ খুলি বেলকনিলৈ ওলাই আহিলোঁ। ইয়াৰ পৰা আকাশখন সম্পূৰ্ণ দেখা যায়। আজি তাত জোনাকৰ উৎসৱ বহিছে, মতলীয়া হ'ব খুজিছে যেন তাৰ বাগিৰে এই কলুষিত পৃথিৱীও।

কি কৰি আছে এতিয়া বিকাশে ? ৰাতিপুৱা পাঁচ বজাৰ পৰা চাহবাগিচাৰ মাজে-মাজে ভ্ৰমি ফুৰা মানুহটো সন্ধ্যা সাত বজাত ফেক্টৰিৰ পৰা উভতি আহি চাগে লেবেজান দি পৰি আছে এতিয়া। এনেয়েও তেওঁৰ বৰ গধুৰ টোপনি। নে মনৰ অস্থিৰতাৰে এনেদৰে উজাগৰে বৈ আছেহি শোৱনিকোঠাৰ বাহিৰত ?'

বেলকনিত ওলোমাই থোৱা হেঙিং চেয়াৰখনত বহি মই ধীৰে-ধীৰে ভুলিবলৈ ধৰিলোঁ। ওঁঠৰ ওপৰেদি বাগৰি বিয়পি গ'ল অহেতুকী হাঁহি। কিয় ব'ব উজাগৰে বিকাশে ? তেওঁৰ বাবে এয়া একো বিশেষ কথা নহয়। একো কথাই নহয় তেওঁৰ বাবে শুৰমাইলৰ অক্ষম পৌৰুষত্বৰ দৰে স্পৰ্শকাতৰ বিষয়টোও ! বৰ সহজ আৰু সাধাৰণভাৱেই কৈ উঠিছিল তেওঁ। উস, সেয়েহে নেকি তেওঁৰ ওচৰত ইমান সহজ শুৰমাইল আৰু মোৰ বন্ধুত্বও ? সেইকাৰণেইনে ?'

বেলকনিৰ পৰা উভতি মই বাথৰুমত সোমালোঁ। টেপ খুলি মুখখন ধুলোঁ-এবাৰ-দুবাৰকৈ কেইবাবাৰো। জোনাকৰ উৎসৱ দেখি ক্ৰেটৰ সীমাৰ দেৱদাৰুজোপাও পোহৰৰ শ্বাৱাৰৰ তলত আজি হেঁপাহেৰে মূৰ পাতি দিছে। তিতি গৈছে গোটেইজোপা গছ জোনাকেৰে _।

বাথৰুমৰ খিৰিকিৰ নিচেই কাষতে থকা এই গছজোপাৰ ওৰ আগবোৰলৈ আজি বহুসময় চাব খোজাৰ হেঁপাহ জাগি উঠিল যেন মোৰ বুকুৰ ভিতৰত !

কিয় এনে হয় ?

কিয় ?

কিয় মোৰ ভিতৰৰ মানুহজনীয়ে এতিয়া, এই মুহূৰ্তত কামনা কৰিছে গুৰমাইলৰ উপস্থিতি ? কিয় এনে ভাব জাগিছে যেন তেওঁ আহিলেই মোৰ বুকুত কুকুকি-কুকুকি সোমাই গৈ থকা চিপৰাওৰ অগ্ৰভাগ থমকি বৈ যাব ! নিমিষতে ধোঁৱা হৈ উৰি যাব বিকাশৰ প্ৰতি জগা মোৰ অস্পষ্ট অভিমান ! অথবা ভ্ৰান্ত ধাৰণাৰে অঁকা সমূহ বীভৎস ছবি চিৰাচিৰ কৰি মোৰ ভৰিত লুটিখাই পৰিবহি ইছমাইল।

হয় হয়, বৰ ইচ্ছা জাগিছে গুৰমাইলৰ সৈতে মুখামুখি হোৱাৰ .... সুতীব্ৰ কামনা জাগিছে সাহিত্যৰ জগতখনৰ পৰা পোৱা ৰহস্যময়তা তেওঁৰ সৈতে ভগাই লোৱাৰ।

কি নাম হ'ব এই অনুভৱৰ, নিশাৰ একাকিত্বই মোক কিছু ভাঙি পাতি বুজাব নোৱাৰিলে। সেয়েহে মই বেলি ওলোৱাৰ লগে-লগে গুৰমাইলক ফোনেৰে নিমন্ত্ৰণ কৰাৰ এক নিৰ্মল, অথচ দৃঢ় সিদ্ধান্ত লৈ পেলালো।

■ প্ৰান্তিক, ১ ছেপ্তেম্বৰ, ২০০৪



# ◘ অনিকদ্ধ ◘

ফুলৰ বৰষুণক যদি পুষ্পবৃষ্টি বোলা হয়, তৰাৰ বৰষুণক কি বুলি কোৱা যাব ? সুগন্ধিত তৰাৰ বৰষুণক ? ভাললগা, প্ৰাণে বিচৰা কিতাপখন লৈ বিচুমাত বাগৰি মেলি দিওঁতেই যদি সৰি পৰে আন্তৰিকতাৰ বৰষুণ, কি নাম হ'ব সেই বৰষুণৰ ?

সৌ সিদিনাৰহে কথা যেন ! ঘৰুৱা দুৰৱস্থাৰ বাবে অষ্টমমানতে পঢ়া সামৰিবলগা হৈছিল যদিও তাইৰ বুকুৰ মাজত শৈক্ষিক আকাংক্ষা এটাই তোলপাৰ লগাই লৈছিল। কিন্তু সেয়া বুকুতে লৈ তাই মানুহ এঘৰলৈ গুচি গৈছিল। য'ত তাই ইখন-সিখন ঘৰুৱা কাম কৰিয়ে ঘৰলৈ মাহে মাহে ধন পঠিয়াব পাৰিছিল। যেন হৈ উঠিছিল টকা ঘটা আহিলাহে ! সকতে শুনিছিল- মানুহৰ আত্মাত সদায় অসুৰ থাকে, কেৱল সাজটোহে দেৱতাৰ।

হয় জানো ?

সেই ঘৰখনৰ গৃহিনীগৰাকীৰ ভায়েক দিবাকৰ 'ষ্টাডি লিভ'ত বায়েকৰ ঘৰলৈ আহিছিল। আঁৰচকুৰে চাইছিল তাই। অহৰহ কিতাপ পঢ়ি থকা ল'ৰাটোৰ মাজত অসুৰ-দেৱতা একোকে নাছিল যেন ! যেন সি বাহিৰে ভিতৰে মানুহ। প্ৰকৃত মানুহ। প্ৰতিপুৱা তাৰ বিচনা পৰিপাটি কৰিবলৈ লৈ গাকৰ আলেপালে তাই গল্প-উপন্যাসৰ কিতাপ কিছুমান আৱিষ্কাৰ কৰিছিল। দুপৰীয়া জিৰণিৰ সময়ত তাই তাৰ পৰা এখন-দুখনকৈ খুজি লৈ পঢ়িবলৈ আৰম্ভ কৰি দিছিল।

আহ সেই সময় !

তাইৰ জীৱনৰ আটাইতকৈ মধুময় সময় !

যেন গুপ্তবংশৰ সোণালীযুগৰ সুখপ্ৰদ সময়েই আছিল সেয়া। এক ধৰণৰ বাগিয়ে মেৰিয়াই ধৰিছিল তাইক।

তাইৰ কিতাপ পঢ়াৰ নিচা লাগি গৈছিল। সঁচাকৈয়ে কি যে মধুময় সময় আছিল সেয়া ! অথচ আজি সেই সযত্নপালিত স্মৃতি বামত এৰি দিয়া মাছ হৈ ধৰফৰাই আছে কেনেকৈ, ভাবি তাই অন্যমনস্ক হৈ আছে। কেনেকৈ যে সেই কাহিনীবোৰৰ কোনোবাটো চৰিত্ৰৰ সৈতে একাকাৰ হৈ গৈছিল তাই, কেনেকৈ যে প্ৰতিজন নায়ক হৈ উঠিছিল দিবাকৰ নামৰ সেই ল'ৰাজন !

ঘৰ সাৰি থকাৰ মাজতে তাই তাৰ সন্মুখত কাহিনীবোৰৰ বিষয়ে নানানটা মন্তব্য দাঙি ধৰিছিল। এইটো চৰিত্ৰ এনে হোৱাহে উচিত আছিল, কিন্তু নহ'ল যে ? হোৱাহ'লে ইমান দুখ লাগি নাথাকিলহেঁতেন :

সি একো উত্তৰ নিদিয়ে। চছমাৰ মাজেৰেই তাইলৈ চাই কথাবোৰ মনোযোগেৰে শুনে, কিন্তু একো নকয়। কোনোধৰণৰ প্ৰতিক্ৰিয়াই প্ৰকাশ নকৰে।

তাই ঘৰ সাৰি সাৰি গৈ থাকে... সি বহাতে বহি থাকে। যেন তাইৰ কাম-কাজত চকু দিবলৈহে মকৰল কৰা হৈছে তাক। যেন সেইবোৰ তাইৰ পঢ়ন-প্ৰতিক্ৰিয়া নহয়, বতৰ-সমাজ অথবা জীৱনৰ ঘাত-সংঘাত বিষয়ক স্বগতোক্তি কিছুমানহে।

"এইখন কিতাপ আপোনাৰ নহয় নেকি দিবাকৰদা ? আনৰ নাম লিখা আছে যে ?"

"চাওঁ ?"

সি ওভতাকৈ থকা কিতাপখন ঘূৰাই চায়। ন-হন্যাতে। নহয়, এইখন তাৰ নহয়, বন্ধুৰ ভনীয়েকৰহে কিতাপ।

তাই আকৌ ক'বলৈ ধৰে- "আৰু দুবাৰমান পঢ়িবলৈ মন আছিল। ... ক'তনো দুবাৰমান ? হাজাৰবাৰ পঢ়িম যেন ! যেন গোটেই জীৱন এইখনকে পঢ়ি থাকিম।"

সি মনে মনে শুনি বৈছিল।

ঘৰখনত ঘোষণা কৰি দিছিল দুদিন পাছতে সি উভতি যাবলগাৰ কথা।

তাইৰ কোনোবাখিনিত মোচৰ এটা উঠিছিল। যেন সি ইচ্ছা কৰিয়েই তাইৰ সিৰাৰ মাজৰ তেজৰ নৈত শীতল বেজি এটা এৰি দিছিল। উপলব্ধি কৰোৱাইছিল তাইক ভৰিৰ তলৰ মাটিৰ কথা।

. তাই তাৰ কাপোৰ ভৰোৱা মোনাৰ কাষৰীয়া জেপত হেঁচি-ঠেলি টিফিন এটা ভৰাই দিছিল।

"লুচি-ভাজি অকণমান দিছোঁ দিবাকৰদা, বাটত খাব।"

সি মনে মনে বৈছিল। কেৱল যোৱাৰ সময়ত পাইলে নোচোৱাকৈ এনেই বতাহতে দলিয়াই থৈ গৈছিল মাত এষাৰ - যাওঁ।

বতাহৰ তিনিটা স্তৰৰ নাম তাই জানিছিল। মাতৃষাৰ ট্ৰপ'স্ফিয়েৰত ওপঙি থকাৰ ধাৰণাৰে ভিতৰ সোমাইছিলগৈ তাই। সিৰাৰ মাজত বেজিটোৱে সাঁতুৰিবলৈ লৈ যেনি-তেনি খুঁচিবলৈ ধৰিছিল আৰু সেই যাতনা সহিছোইতে তাই নিজৰ কোঠাৰ কলমদানি আটিখনৰ সন্মুখত ব'লগৈ। হয়, তাই দাসী। দাসীও এদিন ৰাজৰাণী হোৱাৰ ঘটনাক

কেৱল সাধুকথাহে বোলা যায়। তেনেতেই তাইৰ চকুত পৰিছিল বিছনাৰ ওপৰত পৰি থকা ৰংচঙীয়া কাগজেৰে বন্ধা চেপেটা পেকেট এটা। আচিৰ পৰা মুহূৰ্ততে ঘূৰি আহি তাই একে উশাহে খুলি পেলাইছিল কাগজৰ বন্ধন।

ন-হন্যতে !

ন-হন্যতে !!

যাৰ প্ৰথম পৃষ্ঠাতে লিখা আছিল- 'গোটেই জীৱন পঢ়িব পৰাকৈ এইখন কেৱল তোমাৰ।

আনন্দ আৰু প্ৰাপ্তিৰ আতিশয্যতে বিছনাত বাগৰি পৰিছিল তাই, মেলি ধৰিছিল কিতাপখন। এসময়ত তেনেদৰে বিছনাত বাগৰোতে সিহঁতৰ ঘৰৰ মুখচেলি বান্দৰ টুকুৰা-টুকুৰ কাচ কিছুমান সৰি পৰিছিল বাতি হ'লে মুখচৰ সেই পথেদিয়েই চুপি চুপি জোনাক নামি আহিছিল ... তাইৰ বুকুত এটা মধু মায়াময় কাবেং নিৰ্মাণ কৰিছিল প্ৰতিশ্ৰুতি দিছিল তাইৰ সপোনলৈ কোনোবা আগন্তুক পঠিয়াই দিযাৰ

হঠাৎ বৰষুণ। কিতাপখন বুকুৰ সন্মুখত মেলি ধৰাৰ লগে লগেই হঠাৎ বৰষুণ। সৰু সৰু তৰাৰ দৰে সুগন্ধিত বৰষুণ বৰষুণ নিৰোৰ পৰলিমুৰৰ পৰা বৃত্তাশ পৰাকৰেই ভৰাই দিছিল ন-হন্যতেৰ পৃষ্ঠাৰ মাজত।

আহ সেই আকুল, অকল্পনীয় বকুলগ !

যেন এটি সপোনহে !

কিমান দিন, কিমান বছৰ পাৰ হৈ গৈছে সেই ঘটনাৰ। অথচ চকু মুদিলেই এতিয়াও চৌপাশ ভৰি যায় বকুলৰ সুগন্ধিৰে ।

বাৰেনলৈ বিয়া হৈ আহোঁতেও প্ৰথমেই শোৱনিকোঠাত তাই সেই সুগন্ধি পাই গৈছিল যেন। সিবাৰ মাজৰ তেজৰ নৈত জাকৈৰ চাৰ বহুৱাইছিল। ক'ত, ক'ত সেই চিৰকলে এৰি দিয়া শীতল বেজিটো ? শিৰৰ সেন্দুৰ ইমান শক্তিশালীনে ?

তাই চকু মুদি উশাহত উজাইছিল নতুন কোমলিটোৰ গোন্ধ। কি ফুল গোন্ধাইছে ? শয়নত সিচৰিত হৈ থকা কি ফুল সেইবোৰ ?

হয় হয় । হয়। অবিশ্বাস্য হ'লেও সত, যে সেইবোৰ আছিল কাগজৰ ফুল।

তাই ওৰণিখন তুলি লৈছিল। বহুত চৰকাৰী চাকৰিয়াল এজন হ'লেও খাই-বৈ মান দিব পৰা অৱস্থাৰ। ঘৰৰ নুদৰীয়া সি। কৰাগ্ৰে ক্লিনিওট চাকৰিসূত্ৰে দিল্লিত-সিপাৰে। মাপৰ লগত গাঁৱৰ পুৰণি ঘৰখনত সি ভৰকণলে। সেনামানৰ দোকান এখন

চলাই খায়।

হ'ব,- ইয়াতকৈ আৰু কি লাগিছে ? তাইতো টোকোনাৰ জুহালৰ উদং চৰু। অনিৰুদ্ধৰ বাবে বুকুৰ মাজত কাৰেং কটিয়াই লৈ ফুৰিলেও গাত তাইৰ বনকৰা ছোৱালীৰ পোছাক। হ'ব, বলেনেই যথেষ্ট।মানুহৰ আত্মা, মানুহৰ সাজ পৰিধান কৰা মানুহেই বিচাৰে তাই। কি হ'ল দিবাকৰৰ ? বতাহৰ ট্ৰেপ'স্কিয়েৰ স্তৰত এৰি দিয়া তাৰ মাতষাৰ প্ৰকৃতত সেইটো স্তৰৰ নাছিল। মানুহে ঢুকি পাব পৰা। বকুলফুলৰ ৰৰষুণৰ মাজেৰে সি উঠি গ'ল বহু ওপৰলৈ, আয়ন'স্কিয়েৰ স্তৰলৈ। মানুহৰ পোছাক পিন্ধিও যি ধাৰণ কৰে দেৱতাৰ হৃদয়, সিয়েই দিবাকৰ।

দবাৰ সাজেৰে বলেন সোমাই আহিছিল। বিছনাত বহিছিল। হাতৰ পানীঘটিৰে তাই তাৰ সন্মুখত আঁঠু লৈছিল। নামমাত্ৰ পানীৰে তিয়াই দিছিল স্বামীদেৱতাৰ দুয়ো চৰণ আৰু খোপা খুলি নিজৰ দীৰ্ঘকেশেৰে যেতিয়াই তাই মোহাৰি দিলে চৰণযুগল, হো হো .. হো হোকৈ যেন বা-মাৰলী এছাটিহে আগুৱাই আহি চকুৰ পচাৰতে অজগৰ হৈ মেৰিয়াই ধৰিলে তাইক।

বলেন তেতিয়া অস্থিৰ।

আৰু থকাভাঁজেই স্তব্ধ হৈ বৈ গৈছে তাই।

হয়, তাইৰ চুলিয়ে তাৰ ভৰিত সুৰসুৰণি তুলিছে, সাংঘাটিক সুৰসুৰণি। ভাকুটকুট উঠিছে। এনেও তাক গাঁৱৰ গোটেইমখাই কাৰলতিৰ তলালৈ ইংগিত দি হঁহুৱাই মাৰে। ভাকুটকুটনিৰ কোৰত সি হাঁহি হাঁহি বাগৰি পৰে। তেতিয়ালৈকেতো নাজানিছিল সি, ভবিৰ পতাতো ইমানবোৰ হাঁহি থুপ খাই থাকে বুলি !

একপ্ৰকাৰ বলিয়াই হৈ গ'ল যেন সি। হাঁহি হাঁহিয়েই কাগজ ফুলৰ শয্যাত বাগৰি পৰিছে। যি শয্যা আজি বেবিলনৰ বাগিচা হৈ শূন্যতে ওলমি থকাৰ কথা আছিল, সেয়া আজি মৰণা-মৰা খেৰ হৈ পৰিছে। হাঁহিছে আৰু হাঁহিছে সি। কোনো লক্ষণেই নাই সেয়া থমকি ৰোৱাৰ। হাঁহি হাঁহিয়েই একালৰ পৰা খানখান কৰি গৈছে সি তাইৰ বুকুৰ মাজৰ আটোমটোকাৰি কাৰেংটোক।

এটা সময়ত তাই লাহেকৈ বহাৰ পৰা উঠিল। কিন্তু বৈ থাকিব পৰাকৈ শৰীৰত যেনকণ্ঠই নাই যেন। পাচলতৰ খুটি এটাতে মুঠিয়াই ধৰিলে তাই। পিছিয়েক বহলাৰ হাঁহি তেতিয়া সপ্তমত। খন্তেক তৰ কাণে চাই যোৱাৰ অন্তত কোঠাটোৰ এচুকত গাৰ চাদৰ পাৰি মৰৰ চিলিঙলৈ চাই চায়ে তাই পাৰ কৰি দিলে গোটেই

নিশাটো।

আক বলেনে ?

কিমান হাঁহিব পাৰে এজন মানুহে ? যথেষ্ট পৰিশ্ৰম হৈছিল তাৰ। হাঁহিৰ খলকনি মাৰ যোৱাৰ সময়লৈ ভাগৰে হেঁচা মাৰি ধৰাত সেইভাঁজেই পৰি থাকিল সি। নাক বজাই বজাই ওপজাই দিলে পূবাকাশত নতুন সূৰ্যক।

সেই সূৰ্যক কিন্তু তাই গুৰুত্বই নিদিলে। ন-বোৱাৰীয়ে পালন কৰিবলগা দায়িত্ব আক কৰ্তব্য কৰি গ'ল। নিৰবে। দিনৰ দিনটো হাঁহিবে ক'ত বা উমলি ফুৰিছিলগৈ বলেন ? সেই নিশা সি আকৌ কোঠাত সোমাল। কাহানিও ক তো লগ নোপোৱা, চিনি নোপোৱা মানুহটোলৈ এইবাৰ তাই পোনপটীয়াকৈ চাই পঠিয়ালে। ওখ-স্বাস্থ্যবান মানুহ এটা। কিন্তু চকু-মুখ অভিব্যক্তিশূন্য। মানুহৰ চিন্তা-ভাবনাৰ নিৰৱচ্ছিন্ন স্ৰোতটো অহৰহ বৈয়ে থাকে। কিন্তু বলেনৰ ক্ষেত্ৰত যেন স্ৰোতটো খণ্ড-বিখণ্ড। মাজত অলেখ শূন্যতা। একোকে ভাবিব নোৱাৰ শূন্যতা।

নিজৰ সন্দেহ সম্পৰ্কে এইবাৰ তাই একেবাৰে নিশ্চিত হ'ল তাক ভালকৈ লক্ষ্য কৰি।

সি আওৰাই আহি তাইৰ সন্মুখতে ব'লহি। তৰ্জনীটোৰে দুবাৰকৈ তাইৰ সোঁগালখনত টোকৰ মাৰি শিশুৰ দৰে ফেলেক্কৈ হাঁহি পেলালে সি-

"কইনা ! অ' কইনা !"

তাই আছাৰ মাৰি পঠিয়ালে তাৰ হাতখন। সেইজনী যেন তাই নহয়, কেৰাছিন এটিচাহে। সি জুইশলা কাঠীৰ তৰ্জনীৰে চুই দিওঁতেই ভমককৈ জ্বলি উঠিছে।

গোজোৰা মাৰি উঠিল তাই-

"নুচুৰ মোক। দ্বিতীয়বাৰ ওচৰলৈ আহিলেই হাড় ভাঙি গুৰি কৰি পেলাম।"

কি হ'ল মুহূৰ্ততে ? হাঁহিৰ কোনত কাটি পৰিল যে সি ? হাঁহি হাঁহিয়ে কোলাহলতে লৈ বিছনাত বহিল। পেটত ধৰি ধৰি উচ্চাৰিলে-

"কইনাৰ হাতকণি চোৰা, তেলেই পিটিং পিটিং। উ হুঁ হুঁ ! হাতকণি চোৰা। মহ এটাকেলো মাৰিব কেলেকে ঔ ! উ হুঁ হুঁ ! উস _ উস্ মৰি যাম ঔ _ মৰি যাম মই হাঁহি হাঁহি _ মৰি যাম !"

বেজা ?

নে পগলা মানুহটো ?

হাঁহি হাঁহি ভাগৰি-জুগৰি শুই থাকিল সি।

দুদিনমানৰ পাছত তাই বিছুনাচাদৰৰ সৈতে তাক আঁজুৰি বিছুনাৰ পৰা নমালে। দাঁত কৰচি চিঞৰিলে-

"নাম। নাম বুলিছোঁ নহয়।"

"হাঁ ?"

সি চকু-মুখ মোহাৰিলে।

"নাম, মোৰ বিছুনাৰ পৰা। মাটিত শুই শুই গাৰ বিষ উঠিছে মোৰ, লাটচাহাবে আকৌ মোৰ বিছুনাত ফষ্টি মাৰে !"

"মই ক'ত শুম তেতিয়াহ'লে ?"

"য'তে মৰ মৰগৈ যাঃ ।"

কোঠাৰ দুৱাৰ খুলি সি ওলাই গ'ল। বিদ্ৰোহৰ ঔদ্ধত্যৰে তাই স্বস্তিৰ নিশ্বাস এৰি বিছুনাত উঠিল। বাহিৰত বতাহ বলিছিল নেকি, কিছু সময়ৰ পাছত এপাট দুৱাৰে কেৰকেৰণি তুলিবলৈ ধৰিলে। তাই বিৰক্তিৰে উঠি গ'ল। শেঁতা জোনাকত দেখা গ'ল দুৱাৰডলিৰ সিপাৰে সি। অন্তহীন চেষ্টাৰে মোটোকাই ফুটাব খুজিছে প্ৰতিটো আঙুলি, একাদিক্ৰমে।

তাই দপ্‌কৈ জ্বলি উঠিল।

ছাৰখাৰ কৰি পেলাব যেন সকলোবোৰ। ইমানদিনে বিশ্বস্ততাৰে কাম কৰি দিয়া মানুহঘৰৰ মন্ত্ৰণাক্ৰমে তাইক এইখন ঘৰলৈ উলিয়াই পঠিওৱা মাকৰ ঘৰৰ ওপৰত জমি গৈ থকা সমস্ত ক্ৰোধ-অভিযোগ এইমুহূৰ্তত এইটো মানুহৰ ওপৰতে জাৰি দিবলৈ মন গ'ল। ধুমকৈ মাৰি দিলে তাই দুৱাৰখন।

পাছদিনা আঠমঙলা। শাহুৱেকৰ মুখলৈ নোচোৱাকৈয়ে মিছা মাতিলে তাই-

"অসুবিধা মোৰ।"

"অ' ভালটোকে হ'ল। গোসাঁই আকৌ পুৰাতেই চিকুণটো হৈ ওলাই আছে নহয়। বৰ হেঁপাহ তাৰ ফুৰিবলৈ ... ।"

বিয়া খোৱা আলহী তেতিয়াও আঁতৰা নাছিল। সেইখিনিতে খাবধি কুটি থকাৰ পৰাই ডাঙৰ বোৱাৰীয়েকে মুখ মেলিলে-

"চৌখিন নহয় সি ! ফুৰা-চকা, খোৱা-বোৱা, পিন্ধন-উৰণ...।"

"আৰু পঢ়াশুনা ?"

তাই কথাৰ ওপৰতে লাহেকৈ সুধিলে। জায়েকে ফুচফুচালে-

"এহ সেইবোৰনো কেনেকৈ হয় ? লায়কৰ হ'বও লাগিব নহয়। থাকিল আৰু এনেই।"

"দোকান চলায় কেনেকৈ ?"

"ক'তনো চলায় ? দধিৰ দোকানত এনেয়ে ইটো-সিটো টোপোলা বান্ধিছে দিয়ে।"

মুহূৰ্ত্ততে প্ৰকাণ্ড জুই একুৰা উঠিল। অজস্ৰ প্ৰশ্ন হৈ কুকুহা কিছুমানো তাৰপৰা বাহিৰ হ'ল।

তেতিয়াহ'লে ? মাটি-বাৰী আছে। আধিয়াৰহঁতে খুৱাই-বুৱাই ৰাখিছে ঘৰখনক। খাই-বৈয়ো ধান বিক্ৰি কৰা হয়। সি এনেয়ে থাকিব বুলি সকলোৱে মিলি দোকানত সুমুৱাই থৈছে।

ওৰণি আগটোৰ সূতা টানি সৰু মাতেৰে ক'লে তাই- "এনে মানুহকনো কেলেই বিয়া পাতি দিব লাগে ? কোনেও একাষাৰো নজনালে মোক।"

জায়েকে একো নামাতিলে। শাহুৱেকৰ বয়স চাই কাণ গধুৰ হোৱাৰ সম্ভাৱনাই আছিল যদিও টপক্কৈ মাতিলে- "এহ সেইবোৰ টাউনীয়া পেচ থ' আইহঁতেৰে ! চকক সুধি কোনে চাউল বহায় ? ক-ক ম-ম দুটামান শিকা হ'লে গোসাঁইলে কাৰোবাৰ আদৰৰ পুতলী এজনীকে আনিব পাৰিলোহেঁতেন ! কমটো হেঁপাহ আছিলনে বাপেকৰ তালৈ ? গঢ়ে-পিতে, স্বভাৱে-চৰিতেই গোটেইটো গোসাঁই-ঈশ্বৰেই আৰু। কালৰ গতিতহে লোকৰ জুঠা ধোৱা হাত চপাব লগা হ'ল।"

জ্বলি থকা জুইকুৰাত চেঁচা পানী নহয়, বাল্দি এসোপা ঢালি দিয়া হ'ল। সহি-সামৰিও শান্ত নোহোৱা উত্তপ্ততাৰেই ঘৰখনৰ এজনী হৈ বৈ গ'ল তাই। পিৰালিত বহি শাহুৱেকে চিঞৰে-

"অই কুলখণী, লৰাটোৰ চোলাত যে আমোলৰ পিক দেখা নাই তই ? ধুই দিব নোৱাৰ ?"

"হে হৰি ! এনেকৈয়ে খাবলৈ দিছুনে তাক ? সাত শতককো মানুহে এনে থেকেচ-নেকেচ নকৰে।"

"মাহে মাহে কিমান গা ধোৱ আৰু তই ? পুৱাতেই বাঁজীমুখ চাবলৈহে জীয়াই আছোঁ।"

তাই সেইবোৰত কাণ নিদিয়ে।

তাৰ কথাতো নিদিয়ে।

বতাহ-ধুমুহা আহিলে নাইবা গাঁওখনৰে কোনোবাজন ঢুকালে সি শিশু হৈ তাইৰ ওচৰত আবদাৰ ধৰে-

"তোৰ লগত শুবলৈ দে-না !"

"চালা গুণ্ডা।"

"ভয় নালাগে নেকি মোৰ ?"

"মাৰৰ লগত শোগে যা।"

সি পালেঙৰ খুঁটিত ধৰি বৈ থাকে।

কেতিয়াবা মাজনিশা এনেয়ে বৈ থাকেহি। তাই দাঁত কৰচি উঠে-

"কি হ'ল ? ভূত-পিশাচৰ দৰে ৰ'লিহি যে ?"

"গা বিষাইছে, কিমান শুম আৰু মাটিত ?"

তাই উঠি আহে। অসুবিধাৰ শয্যাৰ টোপোলাটো মুকলি কৰি লৈ কয়-

"যা, বিছনাত শোগে। সদায় সদায় নাপাবা কিন্তু।"

তাৰ ভীষণ স্ফূৰ্তি লাগে। বিছনাত উঠিয়েই দুয়োহাতেৰে বাউল দিয়ে তাইক।

"আহ আহ। তয়ো আহ, তয়ো শুবি আহ, ঢেৰ ভেগা আছে।"

"সিদিনাখন যে হাতটো মুচৰি দিছিলো, পাহৰিলি ?"

ওহোঁ, আজি হাঁহি নুঠে তাৰ। লিটিং-পিটিং হাতডো যে কি সাংঘাটিক জোৰ লুকাই থাকে, সেয়া সি গম পাই খৈছে। আমন-জিমনকৈ বেৰৰ ফালে মুখ কৰি শুই থাকিল সি।

তায়ো আমন-জিমনকৈ পৰি থাকে। এই পৃথিৱীত মানুহ সঁচাকৈয়ে যে কিমান অকলশৰীয়া, হাড়ে হাড়ে উপলব্ধি কৰে তাই। মাকৰ ঘৰৰ সৈতে সম্পৰ্ক এবাৰ দৰেই। মানুহে মানুহক কিয় বিচাৰে, জানে তাই। কিন্তু কেতিয়ানো বিচাৰে সেইটোহে যেন ধৰিব পৰা নাই। হাড় পেলাবলৈকে আহিছে তাই, গোসাঁইৰ থৈণীয়েক হৈয়ে শ্মশান পাবগৈ।

আৰুনো কি আছে এই জীৱনত ?

তাইৰ টোপনি হেৰাল। বাতিটো নাহেই, দিনতে আহক বুলি ঘণ্টাৰ পাছত ঘণ্টা পৰি থাকিলেও নহা হ'ল।

কিয় লৈছিল দিবাকৰে বিছনাত কিতাপবোৰ ?

টোপনি আহিবলৈকেনে ?

তাই পিতৃপিতকৈ ঘৰখনৰ চুকে-কোণে ফটা কাগজ এডুখৰিকে হ'লেও বিচাৰি ফুৰিলে। হতাশ হ'ল। শেষত দোকানলৈ যাবলৈ ওলোৱা মানুহজনটোকে চোতালত আগচি ধৰিলেগৈ-

"দোকানত যে বস্তু বন্ধা কাগজবোৰ, আখৰবোৰ, আখৰ লিখা খবৰ কাগজবোৰ .. ।"

"অঁ অঁ।"

"তাৰে দুখনমান লৈ আহিবচোন।"

"কি কৰিবি ? হঁা ? ক-না ।"

তাই জ্বলি উঠিলেই নহয়। মুখ জোকাৰি ক'লে- "শৰাধ পাতিম মোৰ, যা।"

উচাত মাৰি আঁতৰি যোৱা মানুহজনীলৈ চাই সি নিজৰে জিভা কামুৰি ধৰে। যেনিবা সেইখন তাইৰহে জিভা। ঈশ্বৰ-ভগৱন্তেই নুগুনক, কেমা কৰক তাইক।

গধূলি সি তাইক বিচাৰি বিচাৰি জুহালতে পালেগৈ। ইফালে-সিফালে চাই জেপৰ পৰা বাহিৰ কৰিলে সৰুকৈ জাপি অনা খবৰ কাগজ এখন। ফুচফুচালে-

"হোঁ, ল। মনে মনে চুৰ কৰি আনিছোঁ মা-ৰে !"

তাই ভাঁজ খুলিবলৈ ধৰে। জপটিয়াই ধৰে সি তাইৰ হাতত- "ধুত নুখুলিবি, দেখিব কোনোবাই, ব'ল ভিতৰলৈ ব'ল।"

তাই আঁঠু দুটাত ভেঁজা দি বহাৰ পৰা উঠি ভিতৰ পালেগৈ। পিছে পিছে সি। সোমায়ে সি দুৱাৰ জপালে। তাই বিছনাতে সেইবোৰ মেলি ল'লে। সি দেখিলে কিমান পোহৰ হৈ আহিছে তাইৰ মুখখন। ভাল লাগি গ'ল তাৰ, আবদাৰ ধৰিলে-

"ক-না ! মোকো ক-না।"

"কি ক'ম ?"

"কি পঢ়িছ তই ?"

"হুঁ ?"

"কি সাধু পঢ়িছ ক-না।"

"বহ তই।"

সি যেন আকাশৰ পৰাহে সৰিল। বহিবলৈ কৈছে তাই। উৱা মাৰি সি কিন্তু

দুৱাৰখনতহে পৰিলগৈ, ভুনভুনালে-

"খিলিটো লগাই দিওঁ ৰহ। চুৰ কৰি আনিছোঁ যে !"

"হুঁ ?"

"কিনো হুঁ হুঁ কৰি আছ ? চুৰ কৰাৰ কথা কৈছোঁ।"

"ওঁ, তই চোৰ।"

"হাঁ ?"

"তই চোৰ।"

"অ'!"

সি ঠাইতে ব্ৰজপাত পৰা মানুহৰ দৰে চকু-মুখ মেলি বৈ গ'ল। তাই নোচোৰাকৈয়ে সুধিলে-

"তহঁতৰ দোকানত কলম আছেনে ?"

সি ডিঙিটো বেঁকা কৰি বেৰৰ ফালে চাই কিবা যেন ভাবিলে।

তাই আকৌ ক'লে-

"আছে যদি কাইলৈকে আনি দিবি মোক। কাঠপেনছিল হ'লেও আনিবি, মুঠতে লাগিবই মোক আনি দিবি।"

"চুৰ কৰিম আকৌ ?"

"মন গ'লে পইচা দি আনিবি। তইতো বিৰাট ধনী মানুহ। ধান বেচি যিগালহে পাইছ সিদিনা।"

'ধুত ক'অনো পালো ? ককাইদেউহঁতলৈ ভগাওঁতেই দেখোন ঢুকাই যায়। তইনো কলমেৰে কি কৰিবি, ক-না।"

"কিতাপৰ নাম লিখি দিম। তই মোক চাবিআলিৰ দোকানৰ পৰা আনি দিবি।"

"ক-না। ঢেৰ কিবা কথা ক-না।"

"এতিয়া বলকিব নোৱাৰোঁ বাঃ ! আগেয়ে কিতাপ আনি দেখুৱা, তাৰ পাছত ক'ম।"

"কবিতো ? খাটাং ?"

"চাওঁ গুচ। চল পালেহে আক; চাওঁ, সিফালে যা।"

যথাসময়ত হাতত কিতাপৰ নাম লৈ সি চাবিআলিৰ দোকান পালেগৈ।

উচিত মূল্যাৰে কিনিলেও। সেইদিনা বাতৰিকাকতখন মেলোঁতে পোহৰ হৈ উঠা তাইৰ মুখখন তাৰ দুচকুত ভাহি উঠিল। তাইৰ মাত-কথাবোৰ কাণত বাজিল। আচলতে ইমান খঙাল নহয় তাই, কেনেকৈ যে বহিবলৈ কৈছিল তাক। ইচ সদায়ে যদি কিবাকিবি কিছুমান পঢ়ুৱাব পৰা যায় তাইক।

সুহুৰিয়াই সুহুৰিয়াই সি দধিৰ দোকান পালেহি। দোকানৰ পাট জপাবৰ সময়তে সি কিতাপখন সুন্দৰকৈ কাগজেৰে মেৰিয়ালে। চানাচুৰ দুটামানো টোপোলা বান্ধি তাতে ভৰাই দিলে। হয়, সদায় বহাৰ দৰে তাই আজিও জুহালত। সি মাতিলেগৈ তাইক-

"অই চা, এইটো কি ?"

"কিতাপ ?"

"ওঁ।"

আজি তাৰ অলপ বাহাদুৰি দেখুৱাবলৈ মন গ'ল। ভদ্ৰলোকৰ দৰে গম্ভীৰ খোজেৰে মুহূৰ্ততে সি কোঠালৈ বুলি উভতিল। তাই খন্তেক ৰ'ল। তাৰ পিছত ওৰণিখন টানি তাৰ পিছু ল'লে।

কোলাতে কিতাপখন লৈ সি বিছনাত বহি আছে। তাই উৰা মাৰি পৰিলগৈ। চেপা মাতেৰে চিঞৰিলে সি-

"নাটানিবি, মই দিম, দিম মই, নিজে দিম মই।"

তাই ৰ'ল। ক'লে-

"দে তেতিয়াহ'লে।"

"আগেয়ে তই বহ।"

তাই বহিল আৰু সি লাজুক লাজুক হাঁহিৰে তাইলৈ সেইখন আগবঢ়াই দি আবদাৰ ধৰিলে-

"মোক কিন্তু সাধুটো ক'ব লাগিব। কবি নে ?"

"ওঁ।"

কাগজৰ বন্ধন খুলিয়েই বিছনাত বাগৰি পৰিল কি নাই তাই, ডিঙিয়ে-মুখে সিঁচৰিত হৈ সৰি পৰিল অলেখ সুগন্ধিত স্পৰ্শ। বকুল ফুলনে ? আন্তৰিক বৰষুণেইনে ? হকসকৈ খহি পৰিল তাই ওপ্তবুগৰ সোণালী কোলাত। লাহেকৈ মুদি ধৰিলে দুয়োনয়ন: সপোনত নহয়, দিঠকতে থাকে অনিৰুদ্ধ। সি হেঁহহেঁহাই উঠিল।

"ইচ ইচ চানাচুৰকণ, মই তোলে অনা চানাচুৰকণ। কেনেকৈ খাবি এতিয়া, চাওঁ চাওঁ, উঠ ...।"

তাই লৰচৰকে নকৰিলে' চানাচুৰ বুটলি থকা ব্যস্ত মানুহটোলৈ তেনেদৰেই চাই সুধিলে তাই-

"সঁচাকৈয়ে শুনিবি ?"

"কি ?"

"এইখনৰ সাধুটো ?"

"হয়, আগেয়ে এইসোপা বুটলি লওঁ, ইচ এইটো বাদাম, এইটো এটা ... ।"

"শুন, এইখনৰ সাধুটো মই জানো।"

"ইচ মিছলীয়া ! পঢ়াই নাই তই !"

"বহু বছৰ আগেয়েই পঢ়িছিলো: গোটেই জীৱন পঢ়িম বুলি বাকচত ভৰাই লৈয়ে আহিছিলো। তেৰ হাঁহি দেখিহে চুৰাপাতনিলৈ দলিয়াই পেলালো। শুন, শুনচোন ! শুন-না !"

■ প্ৰান্তিক, ১৬ জুলাই, ২০০৭

